

# সতী ৰাধিকা



শ্ৰীপূৰ্ণলাল দাস

# সতী ৰাধিকা

—লিখক—

শ্ৰীপূৰ্ণলাল দাস

যোৰহাট



প্ৰথম তাঙৰণ



ইং ১৯৩৩ চন





—প্ৰকাশক—

শ্ৰীচিন্তামণি মেধি

বেচ—এসিকি

# নিবেদন।

পাঠক পাঠিকাসকলে ৰাধিকা সতীৰ জীৱনী পাঠ কৰিবলৈ গৈ যিমান সোৱাদ বা শিক্ষা পাম বুলি ভাবিছে প্ৰকৃততে তাৰপৰা বঞ্চিত হব লাগিব, যি হেতুকে লিখক ন' আৰু শিক্ষাত আধা-কেঁচেলুৱা। মুঠতে কবলৈ গলে যেনেকৈ কেচুৱা লৰা-ছোৱালীয়ে সুনিপুন চিত্ৰকৰৰ বিচিত্ৰ চিত্ৰত সোং গৈ তাৰে দুই চাৰিখনি কোনেও নজনাকৈ আনি আৰু ৰং চৰাব পাৰোঁ বুলি পেঞ্চিল বা কাপেৰে তাৰ ওপৰত আঁকি বিকৃতাকাৰ কৰে; ঠিক তেনেকৈয়ে লিখকে সতী ৰাধিকাৰ জীৱনী কদাকাৰত পৰিণত কৰিছে মাথোন। অনুগ্ৰহকৰি পূজনীয় শ্ৰীযুত মিত্ৰদেৱ মহন্ত (শিক্ষক যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুল) আৰু প্ৰিয়বৰ শ্ৰীযুত যামিনীকান্ত দাস (শিক্ষক নগাওঁ গৱৰ্ণমেণ্ট এম্, ভি, স্কুল) শিক্ষকদ্বয়ে হাত পুলোৱাত সহায় নকৰা হলে সতীৰ জীৱনী আৰু কি যে বিকৃত কিমাকাৰত পৰিণত হ'ল হয়, তাক কোৱা বাহুল্য। গতিকে, লিখক তেখেতসকলৰ ওচৰত চিৰ কৃতজ্ঞ।

গোৱালপাৰাৰ মাননীয় শ্ৰীযুত খগেন্দ্ৰ নাৰায়ণ মেধিৰ (উজনি আসামৰ 'উইভিং ইন্সপেক্টৰ') সহধৰ্ম্মিণী শ্ৰীযুতা চিন্তাময়ী মেধিয়ে কিতাপখনি প্ৰকাশ কৰাত লিখকে তেখেতৰ প্ৰতি শলাগৰ শৰাই আগ বঢ়াইছে।

শ্ৰদ্ধেয় শ্ৰীযুত, 'বাঁহীৰ' সম্পাদক মহোদয়ে তেখেতৰ বহুমূলীয়া আলোচনী কাকতত সতীৰ জীৱনীৰ সাৰভাগ প্ৰকাশ কৰি লিখকক উৎসাহিত কৰাত লিখকে তেখেতৰ প্ৰতি আন্তৰিক ধন্যবাদৰ সৈতে শ্ৰদ্ধাঞ্জলি আগ বঢ়াইছে।

সৰ্ব্বশেষত, আঁতৰত থাকি কিতাপখনি ছপা কৰিব লগা হোৱাত মাজে মাজে যি দুই এটা বৰ্ণাশুদ্ধি আৰু আসোঁৱাহ হৈ গৈছে তাৰ বাবে সহৃদয় পাঠক-পাঠিকাসকলৰ ওচৰত লিখক ক্ষমাৰ ভিক্ষাৰী। ইতি —

বিনীত---
'লিখক'

## লিখকৰ বক্তব্য।

... ... ...যে সংসাৰ-ক্ষেত্ৰৰ দুখ-কষ্ট, বিপদ-আপদ, জ্বালা-যন্ত্ৰণা অতিক্ৰম কৰি অক্ষয় কীৰ্ত্তি লভিছে, সেইসকল মহাপুৰুষেই আমাৰ চিৰ-নমস্য আৰু আদৰ্শ। নিজ অৱস্থাৰ লগত সামঞ্জস্য ৰাখি এনে কোনো একোজন আদৰ্শ কৰি ল'লে কৰ্ত্তব্য পথত আগুৱাই উন্নতি লাভ কৰাত সহজ হয়। গতিকেই, মহত লোকসকলৰ জীৱনী আমাৰ আদৰণীয়।

সচৰাচৰতে জীৱনী সৰু সৰু লৰা-ছোৱালীৰ উপযোগী হোৱাটো শ্ৰেয়ঃ। যাতে সহজে সোমাই কোমলমতি লৰা-ছোৱালীবিলাকৰ মনত সৎভাৱ ৰোপন কৰিব পাৰি। এনে ভাৱ মনত থৈয়েই 'সতী-ৰাধিকা'ৰ জীৱনী বিশেষকৈ ভাই-ভনীহঁতৰ উপযোগী কৰি লিখা হৈছে। যদি এই জীৱনীৰ পৰা তেওঁলোকৰ অকণমানো উপকাৰ হয়, তেন্তে লিখকে তেওঁৰ চেষ্টা সফল হৈছে বুলি ভাবিব।

বেউলা, সীতা, সাবিত্ৰী, জয়মতী, দময়ন্তী আদিৰ দৰে ৰাধিকাও আমাৰ এগৰাকী সতী আৰু আদৰ্শ কৰি ল'ব পৰা তিৰোতা। দুখৰ বিষয় যে আমি বহুতে এই সতীৰ বিষয়ে নেজানো। আনকি অনেকলোকে তেওঁৰ নামটোও শুনি পোৱা নাই বুলি ক'লে বঢ়াই কোৱা নহ'ব। শ্ৰীশঙ্কৰদেৱৰ জীৱনী ছপা হৈ নোলোৱাটো বোধকৰো ইয়াৰ প্ৰধান কাৰণ। বৰ্ত্তমানে দুই চাৰিখন শঙ্কৰদেৱৰ চৰিত্ৰ-পুথি ছপা হৈ ওলোৱাত আৰু আজি কিছুদিনৰ পৰা এই সতীৰ বাৰ্ষিক উৎসৱ অসমীয়া বাইয়ে পালন কৰাত, অৱশ্যে এই বিষয়ে বহুতৰ জ্ঞান হৈছে। যি কি নহওক অন্যান্য সতী-তিৰোতাসকলৰ দৰে এই সতীগৰাকীয়েও বিশেষকৈ অসমীয়া তিৰোতা-সমাজক গঢ়ি তোলাত সহায় কৰিব বুলি আমাৰ বিশ্বাস।

সতী ৰাধিকাৰ বিশেষকৈ লক্ষ্য কৰিবলগীয়া গুণ হৈছে, তেওঁ কেনেকৈ ভদ্ৰবংশত জন্ম ধৰি, ৰীতি-নীতি পালন কৰি, সদাচাৰী সংযমী আৰু পতি-পৰায়ণা হৈ গৃহস্থী ধৰ্ম্ম কৰিয়েও আধ্যাত্মিক উন্নতি লাভ কৰিছিল।

ৰাধিকাৰ বাল্য জীৱনী: বিশেষকৈ ঘটনাৰ আগছোৱা আৰু পাছছোৱাৰ বিশেষ বিৱৰণ কেইবাজন লিখকৰ 'শঙ্কৰদেৱৰ চৰিত্ৰ' পুথি আলোচনা কৰিও পোৱা নগ'ল। জনা যায় শঙ্কৰদেৱৰ আদি চৰিত্ৰ

পুথিত এই বিষয়ে বাহুল্যৰূপে বৰ্ণোৱা আছে ; কিন্তু অনেক অনুসন্ধান কৰিও আদি চৰিত্ৰ পুথি পোৱা নগ'ল। দ্বিতীয় সংস্কৰণত জীৱনীৰ আকাৰ বৃদ্ধি কৰিবলৈ লিখক চেষ্টাত থাকিল। ইতি—

বিনীত—

শ্ৰীপূৰ্ণলাল দাস।

# পাতনি

সজ আৰ্হি শিল্পৰ প্ৰতিমা তাক চাকিবলৈ সহজ কিন্তু মোহাৰিবলৈ একেবাৰেই অসম্ভৱ। মঙ্গলময় পৰমেশ্বৰে একো একো সময়ত একো একো জন আৰ্হি লোকৰ হতুৱাই জগতৰ দৃষ্টিৰ সম্মুখত একো. একোটি আৰ্হি দাঙি ধৰাই জগতবাসীক একো ধাৰা নতুন ভাবেৰে অনুপ্ৰাণিত কৰাই থৈ যায়। সেই আৰ্হি লোকসকল পৰিয়াল, বংশ নাইবা সমাজ বিশেষৰ সম্পত্তি নহয়; সিবিলাকক তেনেকৈ সীমাবদ্ধ কৰি থোৱাটো মঙ্গলময়ৰ ইচ্ছাও নহয়। মহত্ত্ব ঈশ্বৰৰ দান; বংশ পৰিয়াল, সমাজ আদিৰ চাৰি সীমাৰ ভিতৰত শাখা প্ৰশাখা বিস্তাৰ কৰি সেই মহত্ত্বই পূৰ্ণ অৱয়ৱ ধাৰণ কৰিব নোৱাৰে।

সতীত্বৰ এনে এটি সু আৰ্হিকে সমাজৰ আগত দাঙি ধৰিবৰ ইচ্ছাৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰে আজি প্ৰায় ৪০০ বছৰৰ পূৰ্ব্বত ৰাধিকাৰ হাতৰ জলেৰে শান্তি জান বন্ধাইছিল। সেই আৰ্হি দেখুৱাই শ্ৰীমন্ত গুৰুৱে এহাতে সতীত্বৰ গৌৰৱ বঢ়ালে আৰু আন হাতে তাৰ চলে'ৰে অসংখ্য নৰ-নাৰীৰ সমুখত বৈষ্ণৱ ধৰ্ম্মৰ উজ্জ্বল মহিমা প্ৰকাশ কৰিলে।

শ্ৰীমন্ত গুৰুৰ প্ৰয়াণৰ পাচত ৰাধিকাৰ নামত চৰিত্ৰ লিখক সকলে দুই চাৰি উপকথাও সংযোগ নকৰা নহয়।

কিন্তু এনে বিধ উপকথাৰ ( myth ) পৰা ৰাধিকা কিন্তু তাহাঁৰ কোনো প্ৰাচীন আদি লোকেই মুক্ত নহয়। অৱশ্যে এই সামান্য উপকথাই ৰাধিকাৰ প্ৰকৃত চৰিত্ৰৰ ওপৰত একো সন্দেহৰ মৰিচা পেলাব পৰা নাই। উপকথাৰ মাজেদিও সত্যই সত্যৰ উজ্জ্বলতাকে প্ৰকাশ কৰি আছে।

দুখৰ বিষয় 'ৰাধিকাৰ' সম্পূৰ্ণ জীৱনী আজিও দুষ্প্ৰাপ্য। গুৰু চৰিত্ৰ বিষয়ক পুথি কেইখনিত যি আছে তাতকৈ অধিক জানিবলৈ উপায় এতিয়ালৈকে আমি পোৱা নাই। কেতিয়াবা যদি তেনে পুথি ওলায় আমাৰ অতি আনন্দ উল্লাসৰ বিষয় হ'ব। সিমানতো শ্ৰীমান পূৰ্ণলাল দাসে সেই সামান্য আভাসৰ ওপৰতে আওজি ৰাধিকাৰ এই সৰু জীৱনী-পুথিখনি ৰাইজৰ আগলৈ প্ৰকাশ কৰা বাবে অতি আনন্দিত হৈছোঁ।

আশা কৰোঁ শ্ৰীমন্ত গুৰুৱে যি উদ্দেশ্য লৈ 'ৰাধিকা' সতীক শান্তিজান বন্ধনত অৱতৰণ কৰাইছিল সেই উদ্দেশ্য সুসিদ্ধ হওক আৰু ৰাধিকাৰ সতীত্বয়ো জগতবাসীৰ অন্তৰত আদৰৰ স্থান লাভ কৰক। ফুল খোপাত থাকে এজনৰ, কিন্তু সি সৌৰভ বিলায় সকলোকে।

শ্ৰীমিত্ৰদেৱ মহন্ত।




# সতী ৰাধিকা।

## বৰদোৱাৰ পুৰণি কথা।

সত্যযুগত চন্দ্ৰবংশৰ যযাতি নামে এজন বিখ্যাত ৰজা আছিল। সেই সময়ত নগাওঁ জিলাৰ বৰদোৱা অঞ্চলৰ এখন অটব্য কাননত এজন ঋষিয়ে তপস্যা কৰি আছিল। তেওঁ তাত কিমান দিন তপস্যা কৰি আছিল তাক কোনেও ঠাৱৰকৈ কব নোৱাৰিছিল। কালক্ৰমে চকুদুটিৰ বাহিৰে তেওঁৰ সৰ্ব্বশৰীৰ উঁইচিলাই আৱৰি ধৰিছিল। তথাপি তেওঁ দুখকষ্ট, জ্বালা-যন্ত্ৰণা সকলোবিলাকে আওকাণ কৰি পৰমপিতা পৰমেশ্বৰক একান্ত চিত্তে ধ্যান কৰি আছিল।

সত্যযুগৰ বৰদোৱা।

এদিন যযাতিয়ে সৈন্য সামন্তেৰে সৈতে তেওঁৰ নিজ কন্যাক লগত লৈ মৃগয়াৰ উদ্দেশ্যে বহুত দিনলৈ ৰাজপ্ৰাসাদৰ পৰা বাহিৰ ওলাল। পূৰমুৱা হৈ আঁকোঁতে আহোঁতে ভালেমান দিনৰ মূৰত তপস্যাত মগ্ন হৈ থকা ঋষিৰ আশ্ৰম পালেহি। কিছুমান ৰক্ষকৰে সৈতে ৰাজকুমাৰীক আশ্ৰমতে থৈ ৰজাই চিকাৰ অনুসন্ধানত অটব্য অৰণ্যত প্ৰবেশ কৰিলে।

ঋষিক আবৰি থকা উঁইচলাটো ৰাজকুমাৰীৰ নিচেই কাষতে আছিল। এই উঁইচলাৰ গাত দুটি উজ্জ্বল বস্তু জ্বলি থকা দেখি অবলা কুমাৰীয়ে 'সেই দুটানো কি জ্বলে' বুলি মাৰি এডালেৰে খোচমাৰি দিলে। পোচত ঋষিৰ চকুদুটি ফুটি অন্ধ হৈ পৰিল; আৰু লাহে লাহে তাৰপৰা তেজ সৰবলৈ ধৰিলে। ধ্যান মগ্ন ঋষিৰ এই আঘাততো কষ্ট বোধ নহল আৰু ধ্যানো নেভাগিল। সেই খোচমাৰাতে উঁইচলাৰো কিছু অংশ খহি পৰাত ঋষিৰ শৰীৰৰ কিছু অঙ্গ ওলাই পৰিল। কুমাৰীয়ে আৰু তেওঁৰ লগত থকা পালি পহৰীয়া বিলাকে সেই দৃশ্য দেখি 'হৰি! হৰি!' কৰিবলৈ ধৰিলে। তেওঁলোক ভয় আৰু দুখ বেজাৰত আতুৰ হ'ল।

ইতিমধ্যে ৰজাই চিকাৰৰ পৰা ঘূৰি আহি আশ্ৰমৰ সেই ঘটনাস্থলিত উপস্থিত হলহি। তেওঁ নিমিষতে ঘটনাৰ সকলো কথা বুজিব পাৰিলে। ঋষিৰ শাপৰ ভয়ত ৰজাৰ বুকু কঁপি উঠিল; মুখমণ্ডল বিবৰ্ণ হৈ পৰিল। তেওঁ তাতে মূৰে কপালে হাত দি স্বৰগ পৰা মানুহৰ দৰে কিছুপৰ

অলপ অচলাইহে থাকিল। তাৰ পাচত ঋষিৰ চৰণত দীঘল দি পৰি কাকুতি মিনতিৰে অবলা কুমাৰীয়ে কৰা দোষৰ বাবে ক্ষমা ভিক্ষা মাগিলে। ৰজাৰ স্তুতি মিনতিত ঋষিৰ তপস্যা ভাঙিল। তেতিয়াহে তেওঁ চকুত কি আঘাত লাগিছে তাক অনুভৱ কৰিব পাৰিলে। ৰজাৰ মুখৰ পৰা সকলো ঘটনা শুনি তেওঁ কিছুপৰ নীৰৱে ৰ'ল। পাচে আনন্দ প্ৰকাশ কৰি ৰজাক অভয় দান দি কলে, "ৰাজন। মই আপোনাৰ স্তুতি মিনতিত পৰম সন্তোষ পাইছোঁ। বালিকাই অজ্ঞতা আৰু অজ্ঞানতা-বশতঃ কৰা দোষৰ বাবে মই ক্ষমা কৰিছোঁ; সেইবাবে শাপ নিদিওঁ। কিন্তু, এটা কথা; এই কুমাৰীক আপুনি মোক সম্প্ৰদান কৰিব লাগিব।"

ঋষিৰ বচন শুনি ৰজা চিন্তাৰ আঠাই সাগৰত ডুব গল। তেওঁ মনে মনে ভাবিবলৈ ধৰিলে, "কি বিপদ। অস্থিমাত্ৰ সাৰ আছেহে, অথচ এনে অৱস্থাতো ঋষিৰ কন্যা লাভ অভিলাষ! নিজ কন্যাক এনে একজনলৈ সম্প্ৰদান! ইয়াতকৈ আৰু কি বেয়াৰ কথা হব পাৰে!" কিছু সময় নিতালে থাকি তেওঁ পুনৰ ভাবিবলৈ ধৰিলে, "নহলেতো আৰু উপায় নাই; ঋষিৰ শাপ গ্ৰহণ নাইবা কন্যা দান। দুটাৰ এটাৰ পৰাও হাতসৰা টান।" এইদৰে বহুতখিনি গুণাগঁথা কৰি "জমক দিলেও দিয়া, জোঁৱাইক দিলেও দিয়া।" বুলি কুমাৰীক ঋষিৰ হাতত অৰ্পণ কৰিলে। তাৰ পাচত, ৰজাই বিষাদ মনেৰে সৈন্য সামন্তৰে নিজ ৰাজ্যলৈ ঘূৰি গ'ল।

ঋষিয়ে ৰাজকুমাৰীক লাভ কৰি, সুখে সম্পদে থাকিবৰ অভিপ্ৰায়ে ধুনীয়াকৈ এটি ঘৰ সজালে; আৰু ওচৰতে এটা আহল-বহল পুখুৰী খনালে। কিন্তু, অভ্যাসবশতঃ সুখভোগৰ পৰিবৰ্ত্তে তপ শোকতকে কাল নিয়াব লগাত পৰিল।

এইদৰে কিছুদিন যোৱাৰ পাচত এদিন দুজন দেৱবৈদ্য অশ্বিনীকুমাৰ আহি ঋষিৰ দুৱাৰত উপস্থিত হ'লহি। সেই-লোকে দেৱতাৰ শাৰীত ঠাই নাপাই ঋষিৰ ওচৰলৈ আশ্ৰয় বিচাৰি আহিছিল। ঋষিৰ আগত দুখৰ সকলোকথা কোৱাৰাত তেওঁ উত্তৰ দিলে, "তোমালোকৰ মনৰ বাঞ্ছা অচিৰে পূৰ্ণ হ'ব। কিন্তু, তোমালোকে অল্প কষ্ট স্বীকাৰ কৰি মোৰো এটা অভীষ্ট পূৰণ কৰাত সহায় হ'ব লাগিব। মই জানো যে সি তোমালোকৰ অসাধ্য নহয়। বৃদ্ধকালত অল্প সুখে সন্তোষে কাল কটাম বুলি তৰুণী ৰাজকুমাৰীৰ পাণি গ্ৰহণ কৰিলো, ভালকৈ ঘৰ-দুৱাৰ সজালোঁ, কিন্তু, সকলো মিছা হৈছে। জড়তাপূৰ্ণ বৃদ্ধাৱস্থাৰ আগত সকলো আকাশকুসুমত পৰিণত হ'ল। এতেকে, এতিয়া মই তোমা-লোকক ইয়াকে খাটোঁ যেন মোক এই জড়াৱস্থাৰ পৰিবৰ্ত্তে যৌৱনাৱস্থা আনি দিয়া।"

এই কথা শুনি অশ্বিনীকুমাৰ দুজনে বয়সেৰে, ঋষিৰ উপকাৰ সাধিবলৈ মান্তি হ'ল। ঋষিৰ পৰামৰ্শ মতে তেওঁ-লোকে সাতখন সাগৰৰ পৰা জল আনিবলৈ আশ্ৰমৰ বাহিৰ হ'ল।

কিছুদিনৰ মূৰত সাতসাগৰৰ জল ভাৰ বান্ধিলৈ দুয়োজন পুনৰ ঋষিৰ দুৱাৰত উপস্থিত হলহি। ঋষিৰ উপদেশ মতে সেইজল পুখুৰীত ঢালি দিলে আৰু দুয়োজনে ঋষিক দুই হাতত ধৰি তাতে জুবুৰিয়ালে। অলপ পাচতে যৌবন লাভ কৰি ঋষিজন এজন সুন্দৰ যুৱক পুৰুষ হৈ পৰিল। সেই দিন ধৰি ঋষিয়ে মনৰ আনন্দৰে সুখ সম্ভোগত কাল কটাবলৈ ধৰিলে। অশ্বিনীকুমাৰ দুজনক আশ্ৰমতে কিছুদিন খুৱাই-বুৱাই ৰাখিলে। তাৰ পাচত অনেক যত্নৰ দ্বাৰা তেওঁলোককো দেৱতাৰ শাৰীত ঠাই দিয়াই পৰম সন্তোষ লভিলে।

দ্বাপৰত যেতিয়া শ্ৰীকৃষ্ণই দ্বাৰকাৰ পৰা কুণ্ডিলৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণীক হৰণ কৰিবলৈ আহিছিল, তেতিয়া লগত সাৰথি দাৰুক আৰু বেদনিধি পণ্ডিত আছিল। ৰথৰ প্ৰবল বেগত আদবাটতে বেদনিধি অচেতন হৈ পৰিল। নিমিষতে ৰথ ৰখালৈ নমালে; আৰু সেই সত্যযুগত ঋষিয়ে খনোৱা পুখুৰীৰ পাৰত থকা এজোপা বটগছৰ ছাঁত আশ্ৰয় লৈছে। পুখুৰীৰ পৰা অলপ পানী তুলি আনি মূৰত দিয়া মাত্ৰে বেদনিধিৰ চেতনা আহিল আৰু [illegible]।

ৰাধাৰ বৃত্তান্ত।

তেতিয়া শ্ৰীকৃষ্ণই সেই ঠাইৰ [illegible] হৈ [illegible] সন্তোষ লভি [illegible]

“[illegible] ৰূপ আৰু [illegible] অৱতাৰ॥

‘প’ গ্ৰাম, ‘ক’ পিতৃ, ‘স’ মাতৃ নাম।

জীৱক তৰিবো ভকতি ধৰাই অনুপাম।
কলিযুগে 'শ' নাম ধৰিবোহো আমি।
তৰুণ কালতে মই হৈবো তীৰ্থ গামী॥"

(৺ভৱদেউ বিপ্ৰ)

ৰুক্মিণীক হৰণ কৰি ঘূৰি আহোঁতেও পুনৰ এই ঠাইতে ৰথ ৰাখি জিৰাণ লয়। সেই ঠাইত আগলৈ চিন ৰাখি থৈ যাবৰ উদ্দেশ্যে ভগৱান শ্ৰীকৃষ্ণই ৰথৰ ওপৰত উঠি দোপ দিয়াত ৰথৰ তলত থকা আৰু তাৰ ওচৰৰ ভালেমান ঠাই দ হৈ বহি যায়। এইচিন ৰাখি তেওঁলোক দ্বাৰকালৈ যাত্ৰা কৰিলে। এই ঠাই ডোখৰ বৰ দ হৈ পৰাত কালক্ৰমত সি বৰদোৱা নামে জনাজাত হৈ পৰিল।

---:০:---

## বৰদোৱাত শ্ৰীশঙ্কৰ।

কলিযুগ।

চাওঁতে চাওঁতে দ্বাপৰ অতিবাহিত হ'ল আৰু কালৰ গতিত কলি আহি প্ৰৱেশ কৰিলে। মানুহ ধৰ্ম্মত নচলা হ'ল; অন্যায় অধৰ্ম্মত মজি প্ৰাণীবধ, জীৱ হিংসা কৰি কুপথত চলিবলৈ ধৰিলে। পৰমেশ্বৰ ভগৱানে প্ৰাণী জগতৰ এনে কাৰ্য্যকলাপ দেখি স্থিৰেৰে থাকিব নোৱাৰা হ'ল। পৃথিৱীৰ ভিন্ ভিন্

ঠাইত একোটি অৱতাৰ ধৰি মানুহসমাজক অসত্যপথৰ পৰা সত্যপথ দেখুৱাই দিবলৈ স্থিৰ কৰিলে।

"শ্ৰীচৈতন্য শ্ৰীশঙ্কৰ আৰু হৰিব্যাস।
ৰমানন্দ সমে চাৰি হৈবন্ত প্ৰকাশ॥
তাহাৰ কলিত হৈব ধৰ্ম্ম প্ৰৱৰ্ত্তক।
দক্ষিণ পশ্চিম পূৰ্ব্বে উত্তৰ দিশক॥
ঈশ্বৰৰ উপদেশ কৰিব লোকৰ।
তৰণ উপায় হৈব কানা দেৱী সাৰ॥"

( হৰগৌৰী সংবাদ )

আৰু শ্ৰীকৃষ্ণই গীতাত নিজে কৈছে :—

"যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুস্কৃতাম্।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥"

অৰ্থাৎ :—

"নিজ অংশে কৰি যুগে যুগে অৱতৰি।
নিজ ভৃত্য বৰ্গৰ দুখক হৰাহৰি॥
পাষণ্ডি অধৰ্ম্মিগণ বিনাশি সৰ্ব্বস্ত।
নিজদাস সন্তভক্ত ৰাখন্ত পালন্ত॥

যদা যদা যুগে ধৰ্ম্ম লুপ্ত হোৱন্ত।
তদা এক ৰূপে ধৰি ধৰ্ম্মক পালন্ত॥"

(বৈষ্ণৱ পুৰাণ)

সেই সময়তে ভগৱন্ত ৰুক্মিণীক হৰণ কৰি উভতি আহোঁতে আদিগাতত ঋষিয়ে খনোৱা পুখুৰীৰ পাৰৰ গছৰ তলত প্ৰতিজ্ঞা কৰাৰ কথা ভগৱানৰ মনত পৰিল।

শঙ্কৰ। পূৰ্ব্বৰ কথা স্মৰণ কৰি ১৪৪৯ খৃঃ কাত্তিমাহ, অমাবস্যা তিথি বৃহস্পতি বাৰৰ মাজনিশা ভগৱান শ্ৰীকৃষ্ণই কুসুম্বৰৰ ঘৰত সত্যসন্ধ্যাৰ গৰ্ভত শ্ৰীশঙ্কৰ নাম লৈ জন্ম গ্ৰহণ কৰে। শঙ্কৰদেৱৰ জন্মৰ তিনিদিনৰ পাচতেই সত্যসন্ধ্যা আই স্বৰ্গী হয়, আৰু পাঁচ বছৰ হওঁ নহওঁতেই পিতৃদেৱ কুসুম্বৰেও পৰলোকলৈ গতি কৰে। বুঢ়ীমাক খেৰসুঁতী আৰু ধাই মাক চান্দবীৰ লালন পালনত শঙ্কৰদেৱ ডাঙৰদীঘল হয়। ১২ বছৰ বয়সত লিখা পঢ়া আৰম্ভ কৰি ১৭ বছৰ বয়সত গুৰু গৃহত শিকিব লগা সকলো বিষয়ত পাৰ্গত হৈ উঠে। তাৰ পাচৰ বছৰতে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাত্ৰা কৰে। পশ্চিমৰ নানা তীৰ্থ পৰ্য্যটন কৰি আৰু নানা কথা শিক্ষা কৰি ভালেমান দিনৰ মূৰত ঘৰলৈ ঘূৰতে। ২০ বছৰ বয়সত তেৰাই শিৰোমণি ভূঞা পদ গ্ৰহণ কৰে; আৰু ২১ বছৰ বয়সত হৰিবৰ ভূঞাৰ কন্যা সূৰ্য্যাৱতী আইৰ লগত বিবাহ কাৰ্য্য সমাধা কৰে।

দেশ ভ্ৰমণ কৰি অতাব নিৰবিছেকৰ পাচতেই আছি মিত্ৰালিয়ে শ্ৰীশঙ্কৰ গুৰুক দেশ বিদেশত দেখি অহা বিৰবণৰ দৃশ্য এটি দেখুৱাবলৈ অনুৰোধ কৰে।

ত্ৰিহুতৰ জগদীশ মিশ্ৰ।

ইতিমধ্যে তিৰত দেশৰ অন্তৰ্গত ত্ৰিহুতৰ জগদীশ মিশ্ৰই জড় জগন্নাথৰ আজ্ঞামতে শ্ৰীশঙ্কৰ গুৰুৰ আগত ভাগৱত পাঠ কৰিবলৈ আহি দেৱাক জনালে।

"আমি তিৰোতীয়া ব্ৰাহ্মণ জানিবা
পঢ়িলোহো ভাগৱত।
জগদীশ মিশ্ৰ নাম দিলা গুৰু
আনন্দ কৰি মনত॥
জগন্নাথ আগে ইটো ভাগৱত
পঢ়িবাক বক্ষে গৈলো।
স্বপ্নে জগন্নাথে দেখা দিলা মোক
নয়ন ভৰি দেখিলো॥
মোক আজ্ঞা কৰি লক্ষ্ম জগন্নাথে
শুনিয়োক দ্বিজবৰ।
বৰদোৱা গ্ৰামে আছন্ত শঙ্কৰ
যায়োক তৈকে সত্বৰ॥
শঙ্কৰৰ মোৰ নাহিকে অন্তৰ
তৈকে পঢ়া ভাগৱত।

হেন শুনি মই আনন্দে লভিলো
আজ্ঞা কৰি শিৰোগত ॥"

(গুৰু চৰিত্ৰ)

উত্তৰত শঙ্কৰদেৱে কলে :—

"* * শুনা বিপ্ৰ মহাশয়,
কৃপা কৰি তোমাক পঠাইলা মোৰ পাশে।
তুমি হেন বিপ্ৰক লভিলো ভাগ্যবশে ॥
কালি আৰম্ভিবা মহাপ্ৰভু ভাগৱত।
*
শুনিবাক মোৰ মহা আনন্দ আছয় ॥

(গুৰু চৰিত্ৰ)

জগন্নাথৰ আজ্ঞা শিৰোগত কৰি :—

"হৰিষে পাচিলা বিপ্ৰে বাহ্স্কন্ধ ভাগৱত ॥"

জগদীশ মিশ্ৰৰ ভাগৱত পাঠে আৰু স্বপ্নৰ বৃত্তান্তই শঙ্কৰদেৱৰ মনৰ গতিক পৰিবৰ্ত্তন কৰি দিয়াত নতুন শক্তি সঞ্চাৰ কৰিলে। যিজন পুৰুষে শঙ্কৰৰ মনত এই শক্তি প্ৰেৰণ কৰিলে, সেই মহাপ্ৰভু জগন্নাথদেৱৰ গুণানু-কীৰ্ত্তনকে জয় জয়তে বৰ্ণনা কৰিবলৈ শঙ্কৰদেৱ প্ৰতিজ্ঞা-বদ্ধ হ'ল। এই উদ্দেশ্যে ব্ৰহ্ম-পুৰাণৰ পৰা উৰেষা বৰ্ণন পদ কৰিলে, আৰু জ্ঞাতি-মিত্ৰাদিৰ অনুৰোধ ৰক্ষাৰ্থে বৃন্দাবনী গোপালৰ জন্মোৎসৱ পাতিবলৈ আয়োজন কৰিলে জন্মোৎসৱৰ লগতে একেবাৰে নতুন আহিৰে এখনি চিহ্ন-যাত্ৰা ভাওনা পাতিবলৈকো মন কৰিলে; ভাওনাৰ উদ্দেশ্যে সাতখন বৈকুণ্ঠ-চিহ্ন (কাপোৰৰ ওপৰত

জন্মোৎসৱ আৰু চিহ্ন যাত্ৰা প্ৰৱৰ্তন।

ৰঙেৰে আঁকা দৃশ্য ) অতি ধুনীয়াকৈ আঁকিলে আৰু পশ্চিমত দেখি অহা দৰে খোল, তাল আদি বাদ্য-যন্ত্ৰ প্ৰস্তুত কৰাই ললে। ইতিপূৰ্ব্বে আসামত মৃদঙ্গহে প্ৰচলন আছিল। সেইদিন ধৰি আসামত নানা ৰকমৰ তাল আৰু খোলৰ প্ৰচলন হবলৈ ধৰিলে।

দিন, বাৰ, তিথি, নক্ষত্ৰ চাই ফাগুণ মাহৰ শেষত পৰা পূৰ্ণিমা তিথিতে ফল্গুৎসৱ পাতিবলৈ স্থিৰ কৰিলে। তেতিয়াৰ পৰা আসামৰ সকলো ঠাইতে এই উৎসৱ পালন কৰি আহিছে। বৰদোৱা, বৰপেটা আদি মহাপুৰুষীয়া থান-সত্ৰবিলাকত আজি কালিও ই এটা ডাঙৰ পৰ্ব্ব। কোনো কোনো মহাপুৰুষীয়া সত্ৰত তিন দিনৰ পৰা সাত দিন পৰ্য্যন্ত এই উৎসৱ পালন কৰে।

নিৰ্দ্ধাৰিত দিনত বৃন্দাবনী গোপালৰ ফল্গুৎসৱ আৰম্ভ হ'ল। জাতিবৰ্ণ নিৰ্বিশেষে নানা ঠাইৰ শিষ্য-প্ৰশিষ্য, ভকত মহন্তসকলে আহি উৎসৱত যোগদান দিলেহি। ভাৱনা চাবলৈ অহা শ শ লোকেৰে দিনতে ফল্গুৎসৱৰ ৰভাঘৰ ভৰি পৰিল। মাণুহে ৰিব-দি বাট পাবলৈ নোহোৱা হ'ল। কোন ক'ত আছে, কোন ক'ত বহিছে, কোন কলৈ গ'ল তাক জানিবৰ কাৰো সাধ্য নহল।

একনী পোহাৰীয়ে এপাচি মাছলৈ গাৱঁত সদাবলৈ আহিছিল। বাটেদি আহোঁতে নিলগৰ পৰা ৰভা ঘৰৰ দৃশ্য আৰু মাণুহৰ ভুম দেখি "ভাও কিনো হৈছে" বুলি চাবলৈ ওচৰ চাপি গ'ল। "ৰাতিলৈ ভাৱনা হব তালৈকে মাণুহ

আহিছে" বুলি জানিব পাৰি পোহাৰীয়ে ভাবিবলৈ ধৰিলে, "গাওঁৰ সকলো মানুহেই ধৰচুদা কৰি আহিছে; মাছলো কাৰ সৈতে সলামলৈ? ৰাতিটো ভাৱনা চাই, পুৱালৈ মাছ সলামলৈ।" এই ভাবি মাছৰ পাচি মূৰৰ পৰা নমাই ভাৱনা চাবলৈ অপেক্ষা কৰি ৰ'ল।

চিহ্ন যাত্ৰা ভাৱনা আৰম্ভ হ'ল। শঙ্কৰদেৱে নিজে সূত্ৰধাৰ সাজি প্ৰত্যেকখন বৈকুণ্ঠৰ চিহ্ন বৰ্ণনা কৰিবলৈ ধৰিলে। তেওঁৰ নানা অঙ্গি ভঙ্গি যুক্ত নৃত্যই সকলোৰে চকুত চমক্ লগাই মন মুগ্ধ কৰিবলৈ ধৰিলে। মাজে সময়ে শুকক হঠাতে চিহ্নত দেখা পোৱা গৈছিল, আৰু সেই সময়ত তেওঁক আঁচুন বাহুনৰ মাজত দেখা নগৈছিল। এই দৃশ্যই দৰ্শক সকলৰ মন এনে ভাবে আকৰ্ষণ কৰিছিল যে তেওঁলোকে ভোক পিয়াহ নিদ্ৰা আদিকো পাহৰি গৈছিল তিনিদিন একেলানিয়ে ভাৱনা হৈ থকাতো তেওঁলোকৰ চাই আমনি নালাগিছিল। তেওঁলোকে ভাৱনা চাই ইমান আমোদ পাইছিল যে সেই তিনিদিন তেওঁ-লোকৰ মনত এদিন যেন হে বোধ হৈছিল।

ভাৱনা শেষ হ'ল; ৰাইজসকল নিজা নিজ গ'ল। পোহাৰীয়ে মাছৰ পাচিলৈ মন কৰি দেখে যে মাছত পোক দিছে; ভোঁ ভোঁ কৰি পৰ-মাখি পৰিছে। কাৰণ
পোহাৰীৰ কথা। মাত্ৰ ৰাতি এটাতে জীয়া মাছখিনিত পোক দিয়াত পোহাৰী অবাক হ'ল। "কিবা কাৰণতহে মাছ বিলাক বেয়া হৈছে" বুলি জানি পানীত ধুইলৈ

তাক সদাৰৈলৈ স্থিৰ কৰিলে। ভাবিচিন্তি বাটৰ দাঁতিত মানুহৰ চকুৰ আঁৰৰ থান পুখুৰীলৈ চকুদি যাবলৈ ধৰিলে। কিছুদূৰ যোৱাৰ পাচত হঠাৎ তাইৰ মাজৰ এটা সৰু পুখুৰীৰ চকু পৰিল। সেই পানীত মানুহে নেদেখাকৈ মাছ বিলাক ধুই লবলৈ বুলি তাইৰ মাজ সোমাল। এই পুখুৰীয়েই পূৰ্ব্বৰ যুগৰ সেই তপস্বী সিদ্ধ যযাতি মহাৰাজৰ জোৱাঁয়েকক খুৱাবৰ পুখুৰী। পোহাৰীয়ে তাত মাছবোৰ ধোৱামাত্রে জীয়াই উঠিল; আৰু কিছুমান মাছ পাচিৰ পৰা জপিয়াই জপিয়াই পানীত পৰিল। এনে নোহোৱা নোপজা কথা দেখি পোহাৰীজনী আচৰিত হ'ল; ইফালে পুখুৰীৰ পানীৰ গুণ দেখি তাইৰ মনত নব ৰং লাগিল। তাই এই কথা গোপনে ৰাখি যাতে সময়ে সেই মাছ পালে মনে মনে সেই পুখুৰীত ধুই জীয়াই লৈ গাৱঁত সদাই আনেহি। সেই কাৰণে পোহাৰীজনীৰ অৱস্থা দিনক দিনে আন পোহাৰীতকৈ ভালকৈ আছিবলৈ ধৰিলে।



# টেম্পৰাণী জান বন্ধাৰ প্ৰথম কাৰণ।

ই প্ৰায় ৪০০ বছৰৰ আগৰ কথা। টেম্পৰাণী বা টেম্বুৰাণীবন্ধ সেই সময়ত এটা বৃহৎ চাপৰি বা মাজুলি আছিল। ই দীঘলে প্ৰায় ৮।৯ মাইল আৰু

টেম্পৰাণী জান। প্ৰস্থে প্ৰায় ৪।৫ মাইল মান আছিল। টেম্বুৰাণীৰ উত্তৰ পশ্চিমেদি ব্ৰহ্মপুত্ৰৰ এৰা সুঁতি এটা সৰু জান এটাৰ দৰে দক্ষিণ পশ্চিমমুৱা হৈ বৈছিল।

বৰদোৱা টেম্বুৰাণী বন্ধৰ ভিতৰতে। সেই সময়ত এই টেম্বুৰাণী বন্ধ শিৰোমণি ভূঞাৰ ৰাজ্যৰ মাজ ঠাই আৰু বৰদোৱা তাৰ ৰাজধানী স্বৰূপে আছিল।

টেম্পৰাণী জানৰ দক্ষিণ পাৰত দলছা ৰামুণ গাওঁ। বৰ্ত্তমান এই গাওঁ বৰকেঁচি, হিজলগুড়ি, কোঁৱাটকাটি নামে জনাজাত হৈছে। তাৰ পৰা অলপমান দূৰতে

ৰামুণ আৰু পোহাৰীৰ কথা। এখন কৈৱৰ্ত্ত গাওঁ আছিল। সেই গাৱঁতে আমি আগতে কৈ অহা সেই পোহাৰী জনীৰ ঘৰ। পোহাৰীৰ গিৰীয়েকৰ বাহিৰে আন কেও নাছিল। আদবয়স হলহি তথাপি পো-জীৰ মুখ দেখা পোৱা নাই। লৰা-ছোৱালী নোহোৱা কাৰণে পোহাৰীৰ মনত বৰ বেজাৰ। খোৱা-লোৱাৰ কষ্ট নাছিল।

গিৰীয়েকে জালবাই মাছধৰে আৰু পোহাৰীয়ে গাৱঁলৈ নি সদায় বেচি যি পায় তাৰে সুখেৰে খাব পাৰিছিল।

নলকা বামুণ গাৱঁৰ এজন ব্ৰাহ্মণৰ এটি শিশু ঢুকাল। বামুণে বেজাৰ মনেৰে কান্দিকাটি শিশুক বুকুতকৈ নি শ্মশানত পুতি থৈ আহিলগৈ।

পোহাৰীয়ে এই খবৰ পাই ভাবিবলৈ ধৰিলে, "মৰামাছ যদি সেই পুখুৰীৰ পানীত জীৱ পাৱে, তেন্তে মৰা লৰানো কিয় নিজীৱ? মোৰ লৰা নাই, ছোৱালী নাই; পাৰো যদি সেই বামুণৰ লৰাটিক জীয়াই লৈ মোৰ কৰি লওঁহি।" এই ভাবি সেই ৰাতিয়েই পোহাৰীয়ে মনে মনে ঘৰৰ পৰা ওলাই গৈ শ্মশান পালেগৈ। লাহে লাহে মাটিখানি মাটিৰ তলৰ পৰা শিশু সন্তানটি উলিয়াই আনি হাবিৰ মাজৰ পুখুৰীৰ পাৰ পালেগৈ। পুখুৰীৰ পানীত গাধুৱাই দিয়া মাত্ৰে শিশুটি সজীৱ হৈ কান্দিবলৈ ধৰিলে। পোহাৰী আনন্দত উতলা হৈ শিশুক কোলাতকৈ লৈ ঘৰ পালেহি। গিৰীয়েকক * মনে মনে সকলো কথা ভাঙি কলে; আৰু আন মানুহক সেই কথাৰ ফুটকে নিদিবলৈ কলে। গাৱঁৰ মানুহে 'কাৰ লৰা' বুলি সুধিলে 'নিজৰ' বুলি কবলৈকো কলে।

এদিন দুদিনকৈ ভালেমান দিন গ'ল। শিশুটি ক্ৰমে ডাঙৰ হৈ আহিবলৈ ধৰিলে। লগে লগে লৰাটি দেখিবলৈকো বৰ ধুনীয়া হৈ উঠিছিল। গাৱঁৰ মানুহে পোহাৰীৰ লৰা বুলি বিশ্বাসকে কৰিব নোৱাৰিছিল।

এদিনাখন সেই ব্ৰাহ্মণে কিবা কামত পোহাৰীৰ গাঁৱলৈ ফুৰিবলৈ আহিছিল। লৰাটি পোহাৰীৰ চোতালত উমলি থকা দেখি বামুণে লৰাটিলৈ ৰ লাগি চাবলৈ ধৰিলে। তেওঁ মাজে সময়ে সেই গাঁৱলৈ আহে আৰু জানে যে পোহাৰী অপুত্ৰকা। সেই ধুনীয়া লৰাটি পোহাৰীৰ ঘৰত দেখি বামুণৰ মৃত শিশুটিলৈ মনত পৰিল। লৰাটিৰ সাঁচলাগ তেওঁৰ সেই মৰা লৰাটিৰ দৰে দেখি বামুণৰ মনত সন্দেহ উপজিল। একো বুজিব নোৱাৰি তেওঁ ওচৰৰে এজন মানুহক পোহাৰীৰ লৰাটি বিষয়ে সুধিলে। মানুহজনেও 'কাৰ লৰা,' 'কেনেকৈ পালে' তাৰ একো সঠিক উত্তৰ দিব নোৱাৰিলে। বামুণৰ মনত নানা চিন্তাই উথল-পুথল কৰিবলৈ ধৰিলে। 'কি কৰোঁ কি নকৰোঁকৈ অৱশেষত পোহাৰীক সুধিলে, "তেবাণাই, এইটি কাৰ লৰাই? ক'ত পালা? তোমালোকৰ যেন কেদেখো দেখোন।"

এই কথাত পোহাৰীয়ে পলম নকৰি উত্তৰ দিলে, "দেউ! ঈশ্বৰৰ বস্তু। ঈশ্বৰে দুখীয়াৰ দুখ দেখি বুঢ়াকালত এই পোনাকন দিছে। আপোনালোকৰে গোলাম বন্দী। আশীৰ্বাদ কৰিব যেন দীৰ্ঘায়ু হয়।" বামুণ নিমাত হৈ ৰ'ল; কিন্তু, তেওঁৰ মনৰ পৰা চিন্তা গুচিছিল, সন্দেহ নেভাগিল।

ঘৰলৈ আহি বামুণে আৰু বৰকৈ ভাবিবলৈ ধৰিলে। তেওঁ ভাবি ভাবি ঠিক কৰিলে "সেইটো মোৰেই লৰা। পোহাৰীৰ কিয় হব?" এনেবিলাক কথা ভাবি ভাবি,

শেহত তেওঁ উপায় বিহীন হৈ শ্ৰীশঙ্কৰ গুৰুৰ ওচৰত এই কথা জনাবলৈ স্থিৰ কৰিলে। পাচদিনা পুৱতীয়া বাট-বৈ উঠি তেওঁ শ্ৰীশঙ্কৰদেৱৰ ওচৰত পোহাৰীৰ ওপৰত সেই বিষয়ে গোচৰ দিলেগৈ। গুৰুৱে তেতিয়াই লবাটিৰ সৈতে পোহাৰীক মাতি আনিবলৈ মঁকাতি পঠালে।

পোহাৰী আহি দণ্ডৱতে গুৰুক সেৱা কৰাই মাতি পঠোৱাৰ কাৰণ নিবেদন কৰিলে। উত্তৰত গুৰুৱে পোহাৰীক সুধিলে, "লবাটি কাৰ? তোমাৰ নে? এওঁ বাপুৱেৰে যেখোন তেওঁৰ বুলিহে গোচৰ দিছেহি; তুমি কি বোলা?"

গুৰুৰ কথা শুনি পোহাৰীয়ে কিছু সময় নিমাতে থাকি ভাবিবলৈ ধৰিলে, "ভাল আপদতে পৰিলোঁহি। বিটোলৈকে ভয় কৰিছিলোঁ সিয়েই পালেহি। কি বিপদ! সঁচা কলেও লাগে লেঠা, গুৰুৰ আগত এতিয়া মিছা মাতিলেও ভয় মহাপাপ। সেই দিনা ৰাতিৰ লবাটো বজৰাই খ'বলৈ কটাৰখী বেটীক নো কিহে পাইছিল? বামুণেও ইমান দিনে দেখা নেপালে; সেই দিনাহে গৈ জনাবলৈ পালেগৈ। তাক জানিবা "বেতো ফলাল সাপেও দেখিলে।" এনেকৈ কিছুপৰ গুণা-গঁথা কৰি থাকি "বিচকে মহন্তক আৰু লাগিলে, তেও গুৰুজনৰ আগত মিছা মাতিব পাৰোনে? তাপাত বি আছে সেয়ে হ'ব; নোতোৱাটো ক'ব পৰা হ'ব?" এই ভাবি প্ৰকাশ্যে কৰবলৈ ধৰিলে, "প্ৰভু, বেটী মৰোঁ লাগে তবো সঁচা-কথা কৈহে পাৰোঁ। এই লবা আচলতে বেটীৰ নহয়,

সঁচা; কিন্তু, এই শিশুৰ ওপৰত বামুণবো যে অলপো হাত নাই। শিশু মৃত্যু হ'ল, বামুণেৰে নি শ্মশানত পুতি থৈ আহিলগৈ। তাক উতিয়াই হয় শিয়ালেই মাটিৰ তলৰ পৰা উলিয়াই খালে হেঁতেন, নহয় কিছু দিনৰ মূৰত মাটিয়েই খালে হেঁতেন। সেই শিশুৰ ওপৰত তেওঁৰ কি স্বত্ব খাটিব পাৰে? প্ৰভু, বেটীয়ে মৰা শিশুক মাটিৰ তলৰপৰা খানি উলিয়াই নি জীয়াই লৈছোঁ। কেনেকৈ এই লৰা বেটীৰ নহৈ কাৰ হ'ব পাৰে? প্ৰভু জগন্নাথেই ইয়াৰ বিচাৰ কৰক।"

পোহাৰীৰ কথা শুনি সকলো অবাক। শঙ্কৰেও পোহাৰীৰ যুক্তিসঙ্গত উত্তৰ শুনি তেওঁৰ কথাতে চৰিত্ৰৰ নিম বোৱাবিলে। বামুণে বেজাৰ মনেৰে মুখ কলা ক'ৰ এখুজি দুখুজিকৈ ঘৰমুৱা হৈ খোজ ধৰিলে মাথোন, শঙ্কৰে পোহাৰীক মাতি নি নিৰলে 'লৰাটিনো কেনেকৈ জীয়ালে' বুলি বিশেষে সুধিলে। পোহাৰীয়েও অলপো কথা গোপন নক'ৰ সকলো কথা ভাঙি-পাতি ক'লে। শঙ্কৰদেৱে পোহাৰীৰ কথাত প্ৰত্যয় মানি, পোহাৰীৰ প্ৰতি সন্তুষ্ট হ'ল; তাক তেওঁক আশীৰ্ব্বাদ দি ঘৰলৈ বিদায় দিলে। পুখুৰীটোৰ গুণ-গুণৰ কথাও গোপনে ৰাখিবলৈ শঙ্কৰে তেওঁক আজ্ঞা কৰিলে।

শঙ্কৰদেৱে ভাবিবলৈ ধৰিলে, "এই পুখুৰীটো থাকিলে মানুহৰ অনেক অপনিষ্ট ঘটিব। গতিকে, এই পুখুৰীটো পোতাৰ এটা ব্যৱস্থা কৰিব লাগিব।" এই ভাবি এদিন

গোপনে পুখুৰীটোৰ পানী পৰীক্ষা কৰি চাই পোহাৰীৰ কথাৰ সত্যতাৰ যথেষ্ট প্ৰমাণ পালে। টেম্পৰাণী জানটো এই পুখুৰীটোৰ কাষেদিয়েই বৈ গৈছিল। জানৰ পানীয়েই যে সেই পুখুৰীৰ পানী শুকুৱাইছে, এই কথা শঙ্কৰ-দেৱে ভালকৈ বুজি উঠিল। “গাঁৱৰ বাহিৰতে জানটো বান্ধি অল্পকালে খাল খানি বোৱাই পঠালে পুখুৰীৰ পানী আপোনা-আপুনি শুকাই যাব।” এই কথা ভাবি শঙ্কৰে টেম্পৰাণীৰ পৰা 'জানটো কেনেকৈ বন্ধা যায়' তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে।

---

## জানবন্ধন আৰু শান্তীৰ অনুসন্ধান।

জান বন্ধাৰ কাৰণ।

বৰদোৱা বৰ দ ঠাই। ব্ৰহ্মপুত্ৰত বানপানী উঠিলে টেম্পৰাণী জানেদি পানী সোমাই বৰদোৱা অঞ্চলৰ অনেক ঠাই জল নিয়ায় আৰু মানুহৰ খেতি-বাতি নষ্ট কৰি অপায়-অমঙ্গল ঘটায়। আগতে অনেকবাৰ টেম্পৰাণী জানৰ বানপানীয়ে মানুহৰ কিলাই-বিলাই কুলাই-পাচিয়ে নবধা কৰিছিল। আকৌ এইবাৰ ব্ৰহ্মপুত্ৰত আগতকৈও ডাঙৰ ঢল অহাত টেম্পৰাণী জান বানপানীৰে উপচি প'ল। টেঙুৱানীবন্ধ আৰু তাৰ দক্ষিণৰ

বৃহৎ ডুকুলা চাপৰিৰ অনেক ঠাই তল গ'ল। মানুহৰ দুখ-দুৰ্গতি, গৰু-ম'হৰ আলাই-আথানি চকুৰে চাব নোৱাৰা হ'ল। এই-দৰে কেবাদিনো যোৱাত মানুহবিলাক নিৰুপায়ত পৰিল। দুয়োখনৰ সকলো বাইজ গোটখাই শঙ্কৰ গুৰুৰ ওচৰলৈ আহি চেঁপৰাখী জানৰ বানপানীয়ে কৰা দুখ-দুৰ্গতিৰ কথা জনালেহি।

গুৰুৱে বাইজৰ দুখত দুখ প্ৰকাশ কৰিলে; কিন্তু আনফালে আগৰ পৰা জানৰ থকা পুখুৰীটো পোতাৰ এটা ভাল সুবিধা পোৱাত মনে মনে আনন্দও পালে। তেতিয়াই গুৰুৱে সকলো বাইজক একত্ৰ কৰি জান বন্ধ কৰিবৰ উপায় চিন্তি এখন মেল পাতিলে। সমাজৰ মুখিয়াল মুখিয়াল লোকসকলে বহুত পৰ আলোচনা-সমালোচনা কৰি জান বন্ধাৰ একো ভাল উপায় উলিয়াব নোৱাৰিলে।

পাচে বাইজে একো ঠিক কৰিব নোৱাৰা দেখি গুৰু শঙ্কৰ কিছুপৰ মৌন হৈ থাকি গম্ভীৰ ভাৱে মাত লগালে— "বাইজসকল! বানপানীয়ে আমাৰ যি অনিষ্ট কৰিছে আৰু যি বিলাই-বিপত্তি ঘটাইছে সেই তাক ভালকৈ বুজিছোঁ। এইবাৰ অকল নবগোৱাই নগৰ টেঙুৱানীবস্তো অনেক ঠাই চেঁপৰাখী জানৰ বানপানীত তল গৈছে। এই জানে প্ৰতি বছৰে আমাৰ অনেক নষ্ট কৰিছে। গতিকে, এই বিপদৰ পৰা ভবিষ্যতলৈকে হাত সাৰিবলৈ এটা ভাল উপায় চিন্তা কৰাটো উচিত। মোৰ বোধেৰে এনে কৰাটোৱেই ভাল হ'ব যেন পাওঁ — জানটো

গড়ৰ বাহিৰতে ভেটা দি অন্ত একালে খাল খানি যোগাই দিলেই বানপানী অহাৰ বাট বন্ধ হ'ব; আৰু বাইজেও বান-পানীয়ে কৰা আহুকালৰ পৰা হাত সাৰিব পাৰিব। গতিকে, আপোনালোকক এতিয়াই মই কাম বান্ধিবলৈ অনুৰোধ জনালোঁ। বাৰভূঞাসকলে কোৰ, দা, কুঠাৰ আদি লৈ নিজ নিজ মানুহৰ সৈতে গড়ৰ বাহিৰত কামৰ পাৰত উপস্থিত থাকিবহি।"

বাৰভূঞাসকল একোজন সৰু সৰু ৰজা বা জমিদাৰৰ দৰে; আৰু শিৰোমণি ভূঞা এইলোকৰ ওপৰত চক্ৰৱৰ্ত্তী ৰজাৰ দৰে। শিৰোমণি ভূঞা শঙ্কৰদেৱৰ বাক্য লঙ্ঘন কৰিব পৰা শক্তি কাৰো নাছিল। গতিকে, সকলোৱে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি ঘৰাঘৰি প্ৰস্থান কৰিলে।

পাচদিনা নিৰ্দ্দিষ্ট সময়ত কপিলীৰ পৰা চামধৰালৈকে যত শূদ্ৰ, বৈশ্য, ক্ষত্ৰিয়, ব্ৰাহ্মণ, কায়স্থ, ভূঞা, পণ্ডিত আদি আছিলমানে সকলোৱে হাতত চাঙি, কোৰ-কুঠাৰ, দা-কটাৰী আদি লৈ কামৰ পাৰত গোট খালেহি। মানুহৰ সংখ্যা দহ হেজাৰতকৈও বেচি হৈছিল। শ্ৰীশঙ্কৰ গুৰুৱে সেই ঠাইত উপস্থিত হৈ মানুহবিলাকক ভাগে ভাগে কাম ভগাই দিলেহি।

গড় বন্ধন

গুৰুৰ আজ্ঞামতে বাইজসকল কামত দিহাদিহি লাগি গ'ল। বাঁহ কটাই বাঁহ কাটিলে, গছ কটাই গছ কাটিলে; নিমিষতে

জান বন্ধা ঠাইত বাঁহ কাঠ দোল প্ৰমাণ হ'ল। কাঠ বাঁহ গোটখোৱা মাত্ৰে খুটা কটাই খুটা কাটিলে, বাঁহ জোঙলাই বাঁহ জোঙালিলে, খেৰেলাই খেৰালিলে, আৰু জানৰ পানী অল্পকালে বোৱাই পঠিয়াবলৈ খাল খনাই খাল খানিবলৈ ধৰিলে। দুই-চাৰি ঘণ্টাৰ ভিতৰতে সকলো কাম শেষ হ'ল। জানৰ উপাৰৰপৰা সিপাৰলৈকে খোজ খুটা পোতা হ'ল; পথালিকৈ কামি বান্ধি আগত খেৰনিৰাক দিয় দিয়কৈ দিয়া হ'ল। তাৰ আগত চাঙৰে চাঙৰে মাটি আনি পৰ্ব্বত আকাৰকৈ পেলোৱা হ'ল। কিন্তু, কোনোমতেই জানৰ পানী ভেটি ৰাখিব নোৱাৰাত পৰিল। আগত মাটি পেলায় যে পেলায়, পানীৰ প্ৰবল সোঁতে চকুৰে চাই থাকোঁতেই সকলো ভাঙি-চিঙি উটাই লৈ যায়। মাটি আনি আকৌ দিয়ে আকৌ ক্ষন্তেকৰ ভিতৰতে সোঁতে উটাই নিয়ে। এইদৰে বাৰে বাৰে কেইবাবাৰো ভেটিলে; কিন্তু, এবাৰো ভেটা বান্ধি ৰাখিব নোৱাৰিলে। প্ৰত্যেক বাৰেই ভেটা ভাঙি পানী বৰলৈ ধৰে। অৱশেষত জানবন্ধা ৰাইজসকল ভাগৰি হতাশ হৈ পৰিল। কেইজনোকে জান বান্ধিবলৈ কোনো উপায় নাপোৱাত পাৰল। সকলোৱে বিবুদ্ধি হৈ দা-কুঠাৰ, কোৰ-কাটল য'ৰে বস্তু ত'ৰে এৰি গুৰুৰ ওচৰ চাপিলহি, আৰু তেওঁক সকলো কথা জনালে। গুৰুৱে ৰাইজসকলৰ কথা শুনি কিছুপৰ তলমূৰ কৈ মৌন হৈ ৰ'ল।

বোৱাৰী আদি সকলোকে সতী পৰীক্ষাত তুলিবলৈ শঙ্কৰ গুৰুৰ ওচৰলৈ জানিব পাৰিলৈ লৈ আহিল আৰু জেউতিবিলাকৰ সতীত্বৰ গুণৰ কথা গুৰুক জনালেহি।

গুৰুৱে তেতিয়াই এটা পল' অনালে। সেই পল'ৰে জেউতিবিলাকক ব্ৰহ্মপুত্ৰৰপৰা এপল' পানী আনিবলৈ আদেশ কৰিলে আৰু ক'লে, 'যেয়ে এই পল'ৰে পানী আনিব পাৰিব তেৱেঁই সতী' প্ৰমাণিত হ'ব।"

পল' পৰীক্ষা

গুৰুৰ মুখে আচৰিত পৰীক্ষাৰ কথা শুনি সকলো অবাক হ'ল। কুলানসকলৰ জীয়াৰী-বোৱাৰীসকলে ভয়তে মুখলৈ চোৱা-চুইকৈ একো নামাতি তলমূৰা হবলৈ ধৰিলে। তাৰ ভিতৰৰে তৰ্কবিদ্যাপতি পণ্ডিতৰ জীয়েক 'পালতিলাই' অলপ সাহ কৰি, "ময়ে পাৰ পাৰিম" বুলি গুৰুৰ আগত থিয় হ'ল।

"তৰ্কবিদ্যাপতি ভট্টাচাৰ্য্যৰ ঘৰণী।
শাস্ত্ৰৰ মধ্যত য'ৰ অগ্ৰগণি॥
মত বাইবো সমজাক শামীয়ে থাকোক।
মোহোৰ বুজা সৰ্ব্বলোকে দেখকোক॥"

(ৰামচৰণ ঠাকুৰ)

এই বুলি পালতিলাই পল' হাতত লৈ ব্ৰহ্মপুত্ৰত নামিলগৈ আৰু পল'টো নদীৰ পানীত বুৰাই দাঙিলেহে দাঙিলে, পল'ত এবাৰো অলপো পানী নৰ'ল। পালতিলাৰ গৰ্ব্ব খৰ্ব্ব হ'ল। বিষাদ মনেৰে শুদা পল' হাতৰপৰা থৈ দিবলৈ উঠিতি

গ'ল। বিদ্যাপতি ভট্টাচাৰ্য্যও সভাজত মহা অজ্ঞ বুলি প্ৰমাণিত হ'লত লাজে অপমানে 'মৰাতুল্য' হ'ল।

তাৰ পাছত চাৰিওফালে দূৰৰ ঠাইবোৰলৈ শাস্ত্ৰী বিচাৰি যোৱা মকলোবিলাক দূতে শঙ্কৰ গুৰুক জনালেহি—

"একোটো থানত জানা শাস্ত্ৰী আনো নাই।
দেশে দেশে বিচাৰিলা অনেক নপাই॥
তথু আগে জান দিলো যেন লাগে কথা।"

(ৰামচৰণ ঠাকুৰ)

সকলোৱে শঙ্কৰ গুৰুৰ চাৰিওফালে বহি মৌন হৈ ক'ৰলো এগৰাকী শাস্ত্ৰী তিৰোতা পোৱা যাব সেই বিষয়ে প্ৰত্যেকেই চিন্তা কৰিবলৈ ধৰিলে।

এনে সময়তেই এহাল সভা-মাইকী কৈৱৰ্ত্ত মানুহ সেই ফালেই চেম্পবাণী জানেদি এখন নাৱত উঠি উজাই আহিছিল।

পূৰ্ণানন্দ আৰু ৰাধিকা

সভাজনৰ নাম পূৰ্ণানন্দ আৰু তিৰোতাজনীৰ নাম ৰাধিকা। তেওঁলোকে উজাই আহি আহ জানৰ পাৰত বহি শাস্ত্ৰৰ বিষয়ে আলোচনা কৰি থকা মানুহবোৰৰ ওচৰ পালেহি। পাছে তিৰোতাজনীয়ে (ৰাধিকাই) গিৰীয়েকক (পূৰ্ণানন্দক) সুধিলে—"হয়নে, সেই ভাতনো মানুহবিলাক গোটখাই কি কৰিছে?" পূৰ্ণানন্দই উত্তৰ দিলে—"বাইদে তাত গোটখাই চেম্পবাণী জানটো বান্ধিবলৈ আলচ কৰিছে। এগৰাকী শাস্ত্ৰীৰ হতুৱাই জানত মাটি দিয়ালে জান বন্ধ হব

বুলি শঙ্কৰ গুৰুয়ে কোন্নাত কুলীনসকলে তেওঁবিলাকৰ সতী, শাস্ত্ৰী, জীয়াৰী-বোৱাৰী আদিক তালৈ লৈ আহি জ্ঞান বাঢ়িবলৈ কাৰবাৰ কৰিছে।”

এনেতে হৰিবৰ নামে শঙ্কৰৰ দূত এজনে কিবা কাৰণত জ্ঞানৰ পাৰেদি ভটিয়াই আহিছিল। হঠাতে এওঁবিলাকৰ কথা-বাৰ্ত্তা কাণত পৰাত, পাৰতে কিছুপৰ থিয় হৈ বৈ পূৰ্ণানন্দক মাত লগালে, “অ’ বোলো শুনিছানে ভকত, শাস্ত্ৰীসকলৰ পৰীক্ষা হৈ গ’ল। পাচে বৰাই কৰি ফুৰা ব্ৰাহ্মণ, ভূঞা পণ্ডিতসকলৰ জীয়াৰী-বোৱাৰী আদিৰ ভিতৰত এজনীও শাস্ত্ৰী নোলাল। এযেতে বৰ দুখৰ কথা। আকৌ কোন ক’ত ওলাই কব নোৱাৰিছোঁ। সকলোৱেই চাৰিওফালে বহি ভাবিব লাগিছে।”

হৰিবৰৰ কথা শুনি ৰাধিকাই পূৰ্ণানন্দক ক’লে, “শুনিছেনে, সভালৈ আমাকো নিয়কচোন? ৰাইজেনো কি কৰিছে কি মেলিছে তাকে চাওঁগৈ।” ৰাধিকাৰ কথা শুনি পূৰ্ণানন্দই ক’লে “তযো শাস্ত্ৰী ওলালিনে কি? সভালৈ যাবলৈ যে মন কৰিছ?” উত্তৰত ৰাধিকাই ক’লে, “আপোনাৰ আশীৰ্ব্বাদ হলে একো আচৰিত নহয। দাসীয়েও এবাৰ লাগি-ভাগি চালোহেঁতেন; কিজানি আমাৰ নিচিনা এলাগী এজনীৰ পৰাও ৰাইজৰ অকণমান উপকাৰ হয়েই। এবাৰ লাগি চোৱানো কি বেয়া?” পূৰ্ণানন্দই ঘৈণীয়েকৰ কথাত মুখ বিকটাই পাৰেমানে হাঁহিলে আৰু ইতিকিং কৰি ক’লে—“হেৰ, থ, থ, অ; বৰ

বৰ পণ্ডিতসকলৰ তিৰোতাই শাস্ত্ৰী বুলি কৰলৈ সাহ কৰিব পৰা নাই তইনো আকৌ সতী শাস্ত্ৰী হবলৈ সাহ কৰনে? হাতীয়ে বোলে মোৰো দুদাঁত, বৰাই বোলে মোৰো দুদাঁত; নহয়নে? কম শাস্ত্ৰীজনী ওলাইছেনে?" ৰাধিকাই গিৰীয়েকৰ কথাত লাজ পাই কিছুপৰ তলকা মাৰি থাকি আকৌ ক'লে, "কিয় তেনে কথা কয়? আমি নীহকুলীয়া অশিক্ষিত মানুহ; আমাৰ খাবলৈ পিন্ধিবলৈ ভাত কাপোৰ নাই; আমাৰ লৰা-ছোৱালী বুলিবলৈকো এটিও নাই; তথাপি মই বেটীয়ে আপোনাৰ ভৰিৰ ধূলি মূৰত লৈ জ্ঞান বিশ্বাসেৰে কব পাৰোঁ। যে বেটীয়ে শাস্ত্ৰীধৰ্ম্মৰে আছো; তাৰপৰা এখোজো লৰচৰ হোৱা নাই। আপুনি নিয়ে যদি মই যেই কোনো শাস্ত্ৰী পৰীক্ষাতে উঠিবলৈকো সাহ কৰিব পাৰোঁ।" পূৰ্ণানন্দই ঘৈণীয়েকৰ মুখৰপৰা পুনৰ এনেবিলাক অসম্ভৱ কথা শুনি কেটেৰা মাৰি ক'লে—

"হাগিয়া কটিক ধুইবে এই নজানয়।
বৰ কটায়নী কৰি মোৰ আগে কয়॥"

( ৰামচৰণ ঠাকুৰ )

এই বুলি ঘৰমুৱা কৰি নাও এৰি দিলে। জানৰ পানীৰ প্ৰবল সোঁতৰ বেগত নাও নিমিষতে গৈ তেওঁলোকৰ ঘাট পালেগৈ।

হৰিবৰে বোৱা ঠাইৰপৰা ভৰি এখোজো আগ নবঢ়াই তেওঁলোকৰ ভিতৰত হোৱা উথনা-উথলি কাণ পাতি শুনি

আছিল। ৰাধিকাৰ মুখৰপৰা তেনেবিলাক অসম্ভৱ কথা শুনি তেওঁ আচৰিত হ'ল। লৰালৰিকৈ তেতিয়াই তেওঁ শঙ্কৰ গুৰুৰ ওচৰলৈ উভতি আহিল আৰু গুৰুক কৈবৰ্ত্ত-কৈবৰ্ত্তনীৰ ভিতৰত হোৱা সকলোবিলাক কথা-বতৰা জনালেহি। তেৰাই তেওঁলোকৰ বিষয়ে সেই কথা শুনি সকলো বুজি উঠিল। গুৰুৱে অলপ পৰ মৌন হৈ থাকি তাৰ পাচ মুহূৰ্ত্ততে হৰিবৰক সঁজাতি স্বৰূপে তেওঁলোক দুজনক সভালৈ মাতি আনিবলৈ পঠাই দিলে।

দুপৰীয়া তেওঁলোকে ভাত-পানী খাই-বৈ উঠিছে, এনেতে সঁজাতি গৈ পালেগৈ। গুৰু ঘৰৰপৰা সঁজাতি অহা দেখি ৰাধিকা-পূৰ্ণানন্দই তেওঁক বৰ মান-সম্ভ্ৰমেৰে আদৰ আশ্বাস কৈ বহিবলৈ আসন দিলে আৰু খাবলৈ গুৱা-পান দিলেহি। তামোল-চালি খোৱাৰ পাচত লৰালৰিকৈ দুয়োকো গুৰুৰ আজ্ঞা শুনালে। গুৰুৰ আজ্ঞাত ৰাধিকাই মনে মনে ৰং পালে; কিন্তু, পূৰ্ণানন্দই হলে 'কি কথা, কি বতৰা' বুলি মনে মনে ভয়হে পালে। তথাপি তেওঁলোক দুয়ো স্বামী-ভাৰ্য্যাই গুৰুৰ আজ্ঞা শিৰত লৈ লৰালৰিকৈ কাপোৰ কানি পিন্ধি হৰিবৰৰ লগতে ওলাল আৰু যথাসময়ত সভা পাই দুয়ো আঠু কাঢ়ি গুৰুক সেৱা জনালে। গুৰুৱে ৰাধিকাক সম্বোধন কৰি ক'লে, "ৰাধিকা! কেন মতে শাস্ত্ৰী তুমি কহস বুজাই?"

ৰাধিকাই পতি-ভক্তি আৰু ধৰ্ম্মৰ কিছু ৰীতি-নীতিৰ কথা কৈ "যেহি লাগে পৰীক্ষা কৰিয়ো এহি থান" বুলি উত্তৰ

দিলে। শঙ্কৰ গুৰুৱে ৰাধিকাৰ উত্তৰত যথেষ্ট সন্তোষ পাই ক'লে—"ৰাধিকা, মই তোমাক চিনিব পাৰিছোঁ। মই বুজিছোঁ, তুমিয়ে আমাৰ কাৰ্য্য সিদ্ধি কৰিব পাৰিবা। আজিলৈ যোৱাগৈ; নিশাটো শুচি সংযমেৰে ব্ৰত-উপবাস কৰি থাকি কাইলৈ দুপৰীয়া পুনৰ এই ঠাইত উপস্থিত হ'বা। তেতিয়া হে তোমাৰ সতীত্বৰ পৰীক্ষা কৰা হ'ব। তুমিও পৰীক্ষাত উঠি ৰাইজৰ জান বন্ধা কাৰ্য্যত সহায় হ'বা।

গুৰুৰ আদেশমতে ৰাধিকা-পূৰ্ণানন্দই শঙ্কৰ গুৰুক আৰু ৰাইজক সেৱা জনাই ঘৰমুৱা হৈ খোজ ধৰিলে। ৰাইজসকলেও সেইদিনলৈ সিমানতে সভা ভঙ্গ কৰি ঘৰা-ঘৰি প্ৰস্থান কৰিলে।

—— ঃ*ঃ ——

# ৰাধিকাৰ সতীত্ব পৰীক্ষা।

পাচদিনা যথাসময়ত জান বন্ধা ঠাইত সকলো ৰাইজ গোট খালেহি। গুৰুৰ আজ্ঞামতে ৰাধিকাও ব্ৰতে-উপবাসে থাকি শুচি সংযমী হৈ গিৰীয়েক পূৰ্ণানন্দৰ সৈতে নিৰ্দ্দিষ্ট সময়ত সভাস্থলত উপস্থিত হ'লহি। গুৰু শঙ্কৰদেৱে ৰাধিকাক ওচৰলৈ মাতি আনি ক'লে. "ৰাধিকা! এতিয়া তুমি তোমাৰ সতীত্বৰ পৰীক্ষা দিব লাগিব। এটি পল'ৰে ব্ৰহ্মপুত্ৰৰ পৰা যদি এপল' পানী আনিব পাৰা, তেন্তে তুমি সতী-সাধ্বী বুলি প্ৰমাণীত হ'বা। এয়ে তোমাৰ পৰীক্ষা।"

পল'ৰে পানী অনাৰ কথা শুনি ৰাধিকাৰ মনত ভয় উপজিল তেওঁ দোধোৰ-মোৰত পৰি 'কি কৰো,' 'কি নকৰো' কৈ ভাবি-চিন্তি থাকোতে হঠাতে তেওঁৰ মনত এটা নতুন শক্তি উদয় হ'ল। সূৰ্য্যৰ পোহৰত ঘোৰ অন্ধকাৰ দূৰ হোৱাৰ দৰে শঙ্কৰ-সূৰ্য্যৰ প্ৰভাৱত ৰাধিকাৰ অন্তৰৰ ভয়ৰূপ আন্ধাৰো দূৰ হ'ল।

সতীৰ মনোবল।

"সূৰ্য্যৰ কাষত যিটো থাকে,
আৰু কি আন্ধাৰে তাক ঢাকে।"
(শঙ্কৰদেৱ)

—তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে "মই যদি পতিপৰায়ণা হওঁ, মোৰ স্বামী গুৰুৰ প্ৰতি যদি অচলা ভক্তি আছে, মই যদি প্ৰকৃত সতী হওঁ, তেনেহলে মই ভয় কৰিম কিয়? এই কাৰ্য্য অসম্ভৱ হ'লেও প্ৰভুৰ কৃপাত নিশ্চয় সম্ভৱ হব। এই কাৰ্য্য সাধন কৰিব পাৰিমেই পাৰিম।"

এইদৰে ভাবি-চিন্তি ৰাধিকাই ক্ষন্তেকপৰ মৌন থকাৰ পাচত এখুজি দুখুজিকৈ আগবাঢ়ি গৈ হাতত পল'টো তুলি ল'লে। পোনতে শঙ্কৰ গুৰুক আঠুকাঢ়ি সেৱা জনাই তাৰ পাছত স্বামী গুৰুক সেৱা জনালে। তৃতীয়তে বাইজলৈ সেৱা জনাই ব্ৰহ্মপুত্ৰমুৱা হৈ খোজ ল'লে।

পৰীক্ষাৰ ফলাফল।

ব্ৰহ্মপুত্ৰৰ পাৰ পাই পানীলৈ নামি গৈ স্বামী গুৰুৰ চৰণ চিন্তি পল'ত পানী ভৰাই লাহেকৈ কাষত তুলি লৈ সভাস্থললৈ পুনৰ ঘূৰি আহিল। ৰাধিকাই পল'ত পানী অনা দেখি সকলোৱে 'হৰি' 'হৰি' কৰি এক দৃষ্টিৰে ৰাধিকাৰ ফালে চাবলৈ ধৰিলে। পাচে শঙ্কৰ গুৰুৰ আগত পল' নমাই থলত গুৰুৱে দেখে যে পল'ত চাৰি আঙুলমান পানী কমি আহিছে। গুৰুৱে ভাবিলে, "এই চাৰি আঙুল পানী কমহৈ অহাৰ নিশ্চয় অলপ কাৰণ আছে; গতিকে ৰাধিকাক এই বিষয়ে সোধা হওক।"

—"ৰাধিকা। তুমি কিবা এফেৰি দোষ কৰিছা, সেইহে চাৰি আঙুল পানী কমি আহিছে। কি দোষ কৰিছিলা ৰাইজৰ আগত ভাঙি কোৱা। নহলে, প্ৰকৃত শাস্তী নাম পাবৰ তুমি যোগ্য নহ'বা।

শঙ্কৰ গুৰুৰ কথাত ৰাধিকা চঁকখাই উঠিল। তেওঁনো কি পাপ কৰিছিল তাক কিছুপৰ তলমূৰ কৰি মৌন হৈ ভাবিবলৈ ধৰিলে। মনত পৰিল, তাহানিখনৰ এটা কথা।—এদিন তেওঁৰ গিৰীয়েক ঘৰত নোহোৱাত তেওঁলোকৰ ঘৰলৈ ভনী-জোঁৱায়েক আহিছিল। ভাত বাঢ়িবৰ নিমিত্তে পাত এখন কাটি আনিবলৈ জোঁৱায়েকক কটাৰীখন দিওঁতেই হঠাতে তেওঁৰ মূৰৰ ওৰণীখন খহি পৰিছিল। তৎমুহূৰ্ত্তে জোঁৱায়েকৰে সৈতে চকুৱে চকুৱে পৰাত তেওঁৰ মন অলপ চঞ্চল হৈ উঠিছিল।

ৰাধিকাৰ দোষ স্বীকাৰ।

ৰোধকৰো, সেয়েই তেওঁৰ পাপ। তাৰ বাহিৰে আৰু আন দোষ কথা তেওঁৰ মনে-চিতে নাই। সেই কথা ৰাধিকাই সভাৰ মাজত গুৰুৰ আগত আঠুলৈ ভাঙি-পাতি ক'লে। গুৰুৱে ৰাধিকাৰ কথাত সন্তোষ পাই ক'লে, "বাক ৰাধিকা! তুমি তোমাৰ দোষৰ কথা ৰাইজৰ আগত প্ৰকাশ কৰিলা যেতিয়া সেই দোষৰপৰা হোৱা পাপৰপৰা তুমি মুক্তি পাইছা। এতিয়া যোৱা, পুনৰ পানী লৈ আহাঁগৈ।"

ৰাধিকায়ো আগৰদৰে পল' কাষত তুলি লৈ সকলোকে সেৱা জনাই পুনৰ ব্ৰহ্মপুত্ৰৰপৰা পানী আনিবলৈ গ'ল। এইবাৰ তেওঁৰ পল'ত চপ্‌চপীয়াকৈ পানী ভৰাই লৈ আনন্দ মনেৰে ঘূৰি আহিল।

সতীৰ জয়।

ৰাধিকাই পানী লৈ আহি যেই সভাস্থলি পালেহি তেতিয়া ৰাইজে দেখা পালে যে এইবাৰ ৰাধিকাই পল'ৰ চাকতকৈও চাৰি আঙুল পানী বেছিকৈ আনিছে। সকলো ৰাইজে ৰাধিকাক 'ধইন', 'ধইন', বুলি প্ৰশংসা কৰিবলৈ ধৰিলে। ৰাধিকায়ো গুৰুৰ সন্মুখত পল' নমাই থৈ গুৰু আৰু ৰাইজসকলক সেৱা জনালে। গুৰুৱে ৰাধিকাৰ সতীত্ব পৰীক্ষাত সন্তুষ্ট হৈ তেওঁৰ মূৰত ধৰি "শান্তীৰ জয় হওক," বুলি আশীৰ্ব্বাদ কৰিলে। ৰাইজসকলেও চাৰিও ফালৰপৰা "জয় শঙ্কৰ গুৰুৰ জয়"। "জয় ৰাধিকা শান্তীৰ জয়" বুলি বাৰে বাৰে হৰি-ধ্বনি কৰিবলৈ ধৰিলে। ভূঞা, বিপ্ৰ, পণ্ডিত আদি আত্মাভিমানী লোকসকলৰ দম্ভ চূৰ্ণ হ'ল।

তেওঁলোকৰ জীয়াৰী বোৱাৰী আদি অসতী বুলি সন্দেহ কৈ তেওঁলোকে লাজতে তলমুৰ কৰিবলৈ ধৰিলে আৰু :—

"সকতো সক, অতিবৰ সক, সকতকে ভকতি বয়।
বালি চাহিটোক সাতকাল কৰি তাৰে একাল নয়॥
উখৰা ভূমিত পানীও নেথাকে, দ'লৈ বাগৰি যায়।
দম্ভ বুলি বাম, নম্র বুলি থাল, ধনে ধৰ্ম্মে লয়ে ঠাই॥"

এই নীতি কথাৰ সত্যতা প্ৰমাণ কৰালে। তাৰ পাচত শুকরে ৰাধিকাক পুনৰ এপল' মাটি আনি জান বন্ধা ঠাইত দিবলৈ আদেশ কৰিলে। ৰাধিকায়ো শুকৰ

জানবন্ধন সমাপ্ত। আজ্ঞা শিৰোধাৰ্য্য কৰি পল' লৈ মাটি আনিবলৈ গ'ল। পানী পল' এঠাইত পেলাই দি মাটি এপল' ভৰাই ললে। যি ঠাইত পানীপল' পেলাই দিছিল, তাতে এটি দ নাদ হৈ পৰিল। মাটিপল' নি জান বান্ধিবলৈ মৰা ভেঁটিৰ ওপৰত পেলাই দিলেগৈ। কি আচৰিত কথা মাটি পল' ভেঁটিৰ ওপৰত পেলোৱা মাত্রে মন্ত্র-শক্তিৰ দৰে তৎক্ষণাৎ জানৰ পানীৰ সোঁত বন্ধ হৈ গ'ল. আৰু পানী সেইফালে ব'বলৈ এৰি নতুনকৈ খানি দিয়া খালেদি হো-হোৱাই ব'বলৈ ধৰিলে। সকলো ৰাইজ আচৰিত হ'ল। "জয় শঙ্কৰ গুৰুৰ জয়," "জয় ৰাধিকা শান্তীৰ জয়"; "জয় সতীৰ জয়" আদি হৰিধ্বনি জয়ধ্বনিত গোটেই জানৰ পাৰ প্ৰতিধ্বনিত হৈ উঠিল।

ভেঁটিৰ ওপৰত য'ত যেনেকৈ মাটি দিব লগা হৈছিল, তৎক্ষণাৎ ৰাইজে আনন্দ মনেৰে সেই ঠাইবিলাক মাটি দি পূৰাই সমান কৰি জান বন্ধা কাম শেষ কৰিলে। তাৰ পাচত ৰাইজসকলেও তেওঁলোকৰ উদ্দেশ্য সিদ্ধি হোৱা দেখি আনন্দ মনেৰে গুৰুৰপৰা বিদায় লৈ ঘৰা-ঘৰি প্ৰস্থান কৰিলে। ৰাধিকায়ো বিদায় লবলৈ বুলি গুৰুক সেৱা জনোৱাত গুৰুৱে পুনৰ ৰাধিকাক মূৰত ধৰি আশীৰ্ব্বাদ দি কলে, "শান্তী! তোমাৰ সতীত্বৰ গুণত তোমাৰ উপৰি সাত পুৰুষে আজিৰ পৰা মুক্তি লাভ কৰিলে; আৰু তোমাৰ ভৱিষ্যত সাত পুৰুষেও মুক্তি লাভ কৰিব। তুমিও তোমাৰ অন্তিম কালত মুক্তি লাভ কৰি পৰমাত্মাত বিলীন হবা।" বিদায়-সেৱা শেষ কৰি ৰাধিকা আৰু পূৰ্ণানন্দই ঘৰমুৱা হৈ খোজ ল'লে।

---:#:---

# সতীত্ব পৰীক্ষাৰ পৰিশেষ।

মহাগুৰু শঙ্কৰে ৰাধিকাৰ সতীত্বত অতিশয় সন্তুষ্ট হৈ তেওঁক সতীত্ব পুৰস্কাৰ কি দিওঁ বুলি ভাবি এধাৰি গুৰু-ঘৰীয়া সোণৰ মণি আৰু এজোৰ ৰূপৰ খাৰু উপহাৰ দিলে। ৰাধিকায়ো তৎক্ষণাত শিৰ দোৱাই গুৰুৰ অমূল্য দান কৰযোৰে গ্ৰহণ কৰিলে।

সতীত্বৰ পুৰস্কাৰ।

পতিব্ৰতা ৰাধিকা শান্তীৰ জ্বলন্ত স্মৃতি ৰক্ষাৰ্থে সেই দিন ধৰি সেই জানৰ নাম ৰখা হ'ল 'শান্তিজান' আৰু ভেঁটিটোৰ নাম ৰখা হ'ল 'শান্তিধৰ'। তাৰ

সতীৰ স্মৃতিচিহ্ন।

উপৰি ৰৰদোৱা কীৰ্ত্তন ঘৰলৈ অহা তীৰ্থ-ভ্ৰমণকাৰীসকলৰ শান্তিজানতে স্নানৰ বিধি দিয়া হয়। আজিকালিও ৰৰদোৱা দৰ্শন কৰিবলৈ অহা তীৰ্থ-যাত্ৰীসকলে তীৰ্থ দৰ্শনৰ লগতে শান্তিজানতো স্নান কৰি গঙ্গাত স্নান কৰাৰ দৰে নিজক পবিত্ৰাত্মা বোধ কৰে। শান্তিজানেও আজিলৈকে মহাগুৰু শঙ্কৰৰ বাল্য লীলাভূমি পৱিত্ৰ ৰৰদোৱা ক্ষেত্ৰৰ চৰণ ধুৱাই সতী-শান্তীৰ অক্ষয় কীৰ্ত্তি নীৰবে ঘোষণা কৰিছে। কিন্তু, দুখৰ বিষয় এই যে শান্তিধৰৰ ওপৰেদি টিংগাট যোৱাত সেই ধৰৰ হে চিনচাব আজি-কালি নোহোৱাত পৰিছে।

শান্তিজান বন্ধাৰ কিছুদিনৰ পাচত শঙ্কৰ গুৰুৱে নিজ গৃহৰ ওচৰতে নতুনকৈ ঘৰদুৱাৰ সজাই ৰাধিকা শান্তীক সপৰিয়ালৰ সৈতে তালে তুলি আনে। ৰাধিকাৰ সতীত্ব

স্থান পৰিবৰ্ত্তন আৰু ফলাফল।

পৰীক্ষাই মহাগুৰু শঙ্কৰক ধৰ্ম্ম প্ৰচাৰত মহৎ সহায় কৰিলে। শান্তিজান বন্ধা পাচৰ পৰা নিজক ধৰ্ম্মবেত্তা, জ্ঞানী-মানী কুলীন বুলি উচ্চ অভিমান কৰা লোকসকলৰ মুৰ শঙ্কৰ গুৰুৰ ওচৰত দোঁ খালে। সেইলোকৰ মুখৰ 'তৰ্ক-বিতৰ্ক,' 'বাক্-বিতণ্ডা' আদি, [illegible] খৰালি পানীৰ দৰে শুকাই পৰিল। গুৰু শঙ্কৰৰ [illegible]

দেশ, নৈতিক ধৰ্ম্মজ্ঞান আদি সকলোৱে অকাতৰে শিৰ দোঁৱাই মানিবলৈ বাধ্য হ'ল। উচ্চ-নীচ, ভাঙৰ-সৰু ভাব তল পৰিল। হীন জাতি বুলি হেয়জ্ঞান কৰা সকলক আনে সমান চকুৰে চাবলৈ ধৰিলে, আৰু :—

সমস্ত ভূতত্তে ব্যাপি আছোঁ মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাঙ্কেসে পণ্ডিত বুলিয়া সৰ্ব্বজ্ঞান॥

* * *

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম॥

(শঙ্কৰদেৱ)

এই মহা সত্যত সকলোৱে বিশ্বাস হ'ল।

আগতে যি কালেদি টেম্পৰাণী জানৰ পানী বৈছিল, সেই কালে লাহে লাহে শুকাই আহিবলৈ ধৰিলে। শুকুৰে যি হ্ৰদ পোতাবৰ অভিপ্ৰায়ে বিশেষ চিন্তা কৰিছিল, টেম্পৰাণী জান শুকাই অহাৰ লগে লগে সেই হ্ৰদো শুকাই আহিবলৈ ধৰিলে। কিছুদিনৰ ভিতৰতে হ্ৰদৰ চিনচাব নোহোৱা হ'ল। শঙ্কৰ-দেৱৰ মনৰ আশা অচিৰে পূৰ্ণ হ'ল। [illegible]

আকাশী গঙ্গা।

অত্যাচাৰ, অপায়-অমঙ্গলৰ পৰা ৰক্ষা পালে। কিন্তু, এটা কথা। খৰালি হোৱা মাত্রে মানুহে পানীৰ অভাৱত পৰি হাঁ-পানী, হাঁ-পানীকৈ হাঁহাকাৰ লগাবলৈ ধৰিলে। এই বিষয়ে পুনৰ শঙ্কৰগুৰু চিন্তাত পৰিব লগীয়া হ'ল। বাইজৰ পানীৰ অভাৱ গুচাবলৈ সেই পূর্ব্বকালৰ পুখুৰীৰ পাৰত থকা বটগছৰ তলতে নতুনকৈ এটা ডাঙৰ পুখুৰী খনালে। সেই পুখুৰীয়েই আকাশীগঙ্গা নামে জনাজাত হৈ পৰে। আজিও বৰদোৱাত এই পুখুৰী আকাশীগঙ্গা নামেই খ্যাত হৈ আছে।

——:*:——

# ৰাধিকা শান্তীৰ সংক্ষিপ্ত পৰিচয়।

শান্তিজান নগাওঁ সদৰৰ পৰা প্রায় দহ মাইল আঁতৰত। এই জানৰ দক্ষিণ পাৰত নলছাবামুণ গাওঁৰ অলপ দূৰতে থকা এখন কৈবর্ত্ত গাওঁৰ কথা আগতে অলপ
ৰাধিকাৰ ঘৰ।
বহলাই কৈ অহা হৈছে। এই গাওঁতেই ৰাধিকাৰ ঘৰ আছিল।

শ্রীশ্রীশঙ্কৰ গুৰুৱে ১৪৪৯ খৃষ্টাব্দত জন্ম গ্রহণ কৰে। গুৰুৱে সূর্য্যৱতী আইক বিবাহ কৰোৱা কিছুদিনৰ পাচতেই শান্তিজান বন্ধা হয়। তাৰ পৰা অনুমান কৰিব পাৰি ৰাধিকা শান্তী প্ৰভুৰ লগতীয়া, [illegible]

আছিল। তেন্তে ধৰিব পাৰি ৰাধিকা শাস্ত্ৰী প্ৰায় ১৪৪৫—১৪৫৫ খৃষ্টাব্দৰ ভিতৰতে ৰবদোৱাত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ জন্মতিথি ভাদমাহৰ পূৰ্ণিমাত। গুচৰচুবুৰীয়াই এওঁক সুমথিৰা বুলি মাতিছিল। মাকৰ নাম আছিল 'যোগমায়া'; বাপেকৰ নাম ধ্বজা আতৈ। ধ্বজা আতৈ শ্ৰীশঙ্কৰ গুৰুৰ এজন আলধৰা আছিল। গিৰীয়েক পূৰ্ণানন্দই মৎস্য ব্যৱসায় কৰিছিল। এই ব্যৱসায়েই তেওঁলোকৰ জীৱন ধাৰণৰ উপায় আছিল। তেওঁলোক স্বামী-স্ত্ৰী মাত্ৰ দুটি প্ৰাণী। খোৱা লোৱাত তেওঁলোকৰ সিমান অভাৱ নাছিল। কিন্তু, সতি-সন্ততি সমূলি নোহোৱাতেই মনত অলপ দুখ। ঘৰ-দুৱাৰ সাধাৰণ ধৰণৰ আছিল যদিও বেচ পৰিপাতি আৰু বাহিৰ ভিতৰ সদায় পৰিষ্কাৰ পৰিচন্নকৈ ৰাখিছিল। পিন্ধা-উৰাতো তেনে ধুন-পেচ নাছিল। সদায় কম খৰচতে হোৱা সাধাৰণ অথচ নিকা কাপোৰ-কানি পিন্ধিছিল। নিম্ন শ্ৰেণীত জন্ম ধৰিও, আনে হেয়জ্ঞান কৰা ব্যৱসায় কৰিও, তেওঁলোকে প্ৰত্যেক দিনে নিয়মিতৰূপে নিত্য-নৈমিত্তিক কৰ্ম্ম পালন কৰিছিল। তেওঁলোকে বুজিছিল যে :—

"শ্ৰীকৃষ্ণ ভজনে হয় সবে অধিকাৰী।
কিবা বিপ্ৰ কিবা শূদ্ৰ কি পুৰুষ নাৰী॥
সৰ্ব্ববৰ্ণে যেয়ে ভজে সেয়ে শ্ৰেষ্ঠ হয়।
যি নভজে সি চণ্ডাল সৰ্ব্ব শাস্ত্ৰে কয়॥"

এনে ভাবৰ দৃঢ় 'বিশ্বাস থকাৰ গুণতে তেওঁলোকৰ মনত "হীনকুলত জন্ম লৈছো" বুলি হীন, হেয়, ঘৃণা আদি ক্ষুদ্র ভাবে কেতিয়াও ঠাই নেপাইছিল।

ৰাধিকা সতী এগৰাকী সত্বগুণা আৰু স্বধৰ্ম্মপৰায়ণা তিৰোতা আছিল। "সতীৰ পতি-ভিন্ন অন্য গতি নাই।" এই সত্যই আছিল ৰাধিকাৰ জপ-তপৰ মূলমন্ত্র। তেওঁ এদিনলৈকো পৰপুৰুষৰ মুখ দৰশন নকৰিছিল। তেওঁ অতি ধীৰ আৰু গম্ভীৰ প্ৰকৃতিৰ তিৰোতা আছিল।

ৰীতি-নীতি সদাচাৰ পালন কৰি, সত্য ধৰ্ম্মত চলি, স্বামীৰ প্ৰতি অচলা ভক্তি ৰাখি, ৰাধিকাই সতীত্বৰ মহতী শক্তি লাভ কৰে। এই শক্তিৰ প্ৰভাৱতে পল'ত পানী আনি অসাধ্য সাধন কৰে; টেম্পৰাণী জান বন্ধাকাৰ্য্যত ৰাইজক সহায় কৰি ৰাইজৰ মহৎ উপকাৰ সাধে আৰু মহাগুৰু শঙ্কৰৰ মহা-ধৰ্ম্ম প্ৰচাৰত যথেষ্ট সহায় হয়। এই মহতী শক্তিৰ দ্বাৰাই ৰাধিকাই সংকীৰ্ণ শ্ৰেণী বন্ধন ছিঙি হিন্দুসমাজৰ ভূষণ আৰু আদৰৰ পাত্ৰী হৈ পৰে। মহাগুৰুৰ কৃপাত আৰু তেওঁৰ সতীত্বৰ অসাধাৰণ শক্তিৰ প্ৰভাৱতে পৰমাৰ্থ বিদ্যাতো পাকৈত হৈ উঠিছিল। এই বিষয়ত তেওঁ নিজে যে জ্ঞানী হৈছিলেই আনকি পণ্ডিত, বিপ্ৰ আদি শাস্ত্ৰজ্ঞ সকলকো পৰমাৰ্থ-তত্ত্বৰ সাৰ উপদেশ বুজাব পাৰিছিল।

"যতেক পণ্ডিত বিপ্ৰ সমস্তে আসন্ত।
ৰাধিকায়ে সবাহাকে প্ৰত্যুত্তৰ দেন্ত॥"

(ৰামচৰণ ঠাকুৰ)

জাৰবন্ধা ঘটনাৰ কিনদিয়েকৰ পাচতেই মহাগুৰু শঙ্কৰে ৰাধিকাশান্তীক সপৰিয়ালবে সৈতে নিজ গৃহক কাষলৈ তুলি আনে। এই ঠাইত তেওঁলোক কিছুদিন আছে, এনেতে এদিন আচম্বিতে এজন শ্ৰীমন্ত পুৰুষে হাতত এচক পায়স লৈ ৰাধিকাৰ সমুখত থিয় হলহি। তেওঁৰ সুন্দৰ সুঠাম শৰীৰৰ শ্ৰীকান্তি দেখি ৰাধিকা আচৰিত হ'ল আৰু তেওঁ ভাবিবলৈ ধৰিলে, "এওঁ কোনোবা মহাপুৰুষ" এই ভাবি ৰাধিকাই সেই মহাপুৰুষক দণ্ডৱতে পৰি সেৱা জনালে। সেই ছদ্মৰূপী দেৱপুৰুষে এহাতে ৰাধিকাৰ বাহুত ধৰি তুলিলে আৰু আন হাতে পায়সৰ চকটো দি ক'লে :—

"শুনাহা ৰাধিকা তই কৰাহা ভোজন।
আৰ ফলে লভিবাহা কন্যা বিতোপন॥"
(ৰামচৰণ ঠাকুৰ)

এই কথা কেইষাৰ কৈয়েই তেৰা ভাবপৰা হঠাৎ অন্তৰ্দ্ধান হ'ল। ৰাধিকা আৰু আচৰিত হ'ল; আৰু সেইজন নো কোন পুৰুষ তাকো জানি উঠিল। তেওঁ ভয়ভক্তি ভাৱে আৰু আনন্দ মনেৰে পায়স চক সম্পূৰ্ণ খালে। তাৰ পাচত হে গিৰীয়েক পূৰ্ণানন্দৰ আগত এই কথা ভাঙি-পাতি ক'লে।

উপযুক্ত সময়ত ৰাধিকাৰ এটি পৰমা সুন্দৰী কন্যা জন্ম হ'ল। এই কন্যাৰ পৰাই ৰাধিকাৰ ভৱিষ্যত বংশ বাঢ়ি গ'ল। এওঁৰ বংশধৰসকল গুৰু শঙ্কৰৰ লাগতিয়াল মানুহ

হৈ পৰিছিল। গুৰুৰ তিৰোভাৱৰ পাচতো তেওঁৰ নাতি-পুতিসকলে মহাপুৰুষীয়া ধৰ্ম্ম সমাজত ভাল স্থান পাই আহিছিল। তেওঁলোক সাতপুৰুষমানৰ পাচলৈকে হিন্দু সমাজত প্ৰখ্যাত হৈ আছিল। তাৰ পাচৰপৰা ক্ৰমাৎ তেওঁলোকৰ নাম গোন্ধ নোহোৱা হৈ আহিবলৈ ধৰিলে।

মহাপ্ৰভু শঙ্কৰদেৱে বৰদোৱা এৰি গাংমৌ, ধুৱাহাট, পাটবাউসী আদিত ধৰ্ম্ম প্ৰচাৰ কৰা কাৰ্য্যত ঘূৰি ফুৰোতে ৰাধিকা শান্তীৰ নাতি-পুতি সকলেও প্ৰভুৰ লগে লগেই ফুৰিছিল। শেষত নামনি অসমৰ কোনো জাতিৰ লগতে এওঁলোক বোধকৰো মিলি গ'ল।

শান্তীৰাধিকাই বহাগৰ পূৰ্ণিমাত ইহ সংসাৰ ত্যাগ কৰি চিৰশান্তি লাভ কৰে।



# গীত।

আবেলি বেলিকা বানে ৰৰষুণে
সাতো সাগৰৰে জলে।
কল কাটি শঙ্কৰে ভেলকে বান্ধি লৈ
খোৱা পশ্চিমলৈ মেলে॥

বঙাল বাৰে কুৰি ঢেঁকেৰি ছকুৰি
শঙ্কৰত ললে শৰণ।
টেম্পৰাণী জানে পাৰকে ভাঙ্গিয়ে
ৰাইজৰ মিলাই মৰণ॥

দুজন ভকতক গুৰুৱে পাচিলে
শাস্ত্ৰী বিচাৰি যোৱা।
দুনাই সুধিলে চাৰিজন ভকতে
শাস্ত্ৰীৰ কি চিন কোৱাঁ॥

মুৰত মাছে থৰি গালত আঁক এযুৰি
শাস্ত্ৰীৰ এই চিন বৰ।
মাকে যোগমায়া জীয়েক সুমথিৰা
কলঙৰ তীৰতে ঘৰ॥

ওলায়ে দেখিলে শাস্ত্ৰী সুমেথিৰা
ভকত বা আহে কেলৈ।

ভকতে বুলিলে তোমাকে বিচাৰোঁ
গুৰুদেৱৰ আজ্ঞা লৈ ॥

এখুজি দুখুজি নৌকালৈ শান্তীয়ে
চলালে ভৰি দুখানি।
নৌকাতো এভৰি বামতো এভৰি
যেনে চৰিয়াৰে পানী ॥

গুৰি বঠা পেলাই বঠাও নেবালে
বায়ুৱে চলালে নাও।
পানীৰ মাজতে সোধে জল-কোঁৱৰে
ক'লৈ যোৱা শান্তী মাও ॥

শ্ৰীশঙ্কৰ গুৰুৰ আজ্ঞা পৰিছে
তালৈকে আহিছো আমি।
বোলে জল-কোঁৱৰে জানো শান্তী-আই
যি কাৰ্য্যে আহিছা তুমি ॥

বছৰি বছৰি থহাওঁ বৰদোৱা
ইবেলি এৰিমে চাবা।
আৰৈ চাউলেৰে থকুৱা বেঙ্গেনা
শান্তী-আই নিৰামিষ খাবা ॥

সুৰাপান নেখাবা ভোজন নকৰিবা
এনেয়ে যোৱাগৈ আই।

খোৱা নাই একোকে এনেই আছিছেঁ।
বোলে জল-কোঁৱৰক চাই॥

এডাঁৱে দুডাঁৱে পালে চাৰিডাঁৱে
তেনেতে দিলে ভেঁটাই।
গাৱো অশুচি কুলে কৈৱৰ্ত্তনী
বিচাৰে কেলেই গোঁসাই॥

ভয়ে ভকতিৰে আঁতৰতে থাকি
কৰে সেৱা শাস্তী আই।
হৰষিত ভাৱে শ্ৰীশঙ্কৰ গুৰু
আজ্ঞা কৰে শঙ্কা নাই॥

হক অনাচাৰ হোৱা কৈৱৰ্ত্তনী
ধৰমত সমে সকল।
জলৰ হিৰ হিৰণি ৰ'বকে নোৱাৰি
ভক্তক আনি দিয়া জল॥

দুগোটা শলিৰে পল'কে সজালে
শাস্তী লই গ'লে ঘাটে।
তিনি টৌ মাৰি পল'কে বুৰালে
চাকত চাৰি আঙুল টুটে॥

পল' ভৰি জল মাথাত ল'লে শাস্তী
গোঁসাইৰে আগতে থ'লে।

এই চাৰি আঙুল কিয় কমে হলে
কিনো দোষ গুৰুৱে বোলে॥

গুৰুৰ আজ্ঞা শুনি দোষকে খুঁৱৰি
কলে ভাঙ্গি শান্তী আই।
আবেলি বেলিকা স্বামী নাই ঘৰে
দেখিলোঁ ভনী জোঁৱাই॥

কথাকে শুনিয়ে গুৰুৱে ভকতে
অতিকে সন্তোষ হ'ল।
ইমান দোষকে সবে বাতি ললোঁ
ভুনাই আনাগৈ জল॥

তিনিটা শলিৰে পল'কে সজালে
শান্তী মাথা দোৱাঁই ললে।
তিনি সইতে কৰি পল'কে বুৰালে
চাকত চাৰি আঙুল চৰে॥

নবলে নচৰে উপচি নপৰে
শান্তা আইৰ এজুৱা জল।
ছকুৰি ভকতে ডাকে হৰি ধ্বনি
এনে শান্তী ধৰ্ম্মৰ বল॥

শঙ্কৰে মাটি কাটে শান্তীয়ে দলিয়াই
বান্ধে টোপখালীৰ জল।

একালে কই গল  ডাবে নাৰিকলে
একালে কই গল কল ॥

টেম্পৰাণী জানে  শাস্ত্ৰী জানে হ'লে
থাকে মানে বেলি জোন।
কলিত ভকতে  গাব এই বুলি
শঙ্কৰ শাস্ত্ৰী আইৰ গুণ ॥*



* গীতটি কোনো চৰিত্ৰ পুথিৰ উদ্ধৃত নহয়। এগৰাকী কৈৱৰ্ত্ত তিৰোতাৰ মুখে গোৱা শুনি লিখা। গতিকে অনেক ঠাইত অনেক ভুল থকাৰ সম্ভৱ। কৰতাল লৈ গালে গীতটি শুনিবলৈ অতি শুৱলা হয়।

[illegible]

সতী স্বৰ্গীয় "৺ৰাধিকা শান্তীৰ" স্মৃতি উৎসৱৰ গীত।

( সুৰ ভৈৰৱী )

চেনেহী জননী বন্দে।
পূজোঁ হেঁপাহেৰে চৰণ দুখানি,
মিলিছোঁ আজি সানন্দে॥

কেনে মন মোহিনী, কান্তি ধৰিছা তুমি,
নন্দন শোভা বিতৰি।
কেনে মনোহাৰী, পুষ্প সুৰভি তব,
বিহঙ্গ গীতি লহৰী॥

ঘোষিছে তব, অতীত কীৰ্ত্তি,
টেম্পৰাণী জানে কত যুগ ধৰি।
বটদ্ৰৱ থান, থাপিলে পুৰুষে,
তোমাৰ গুণকে বখানি॥

শঙ্কৰ মাধৱে, [illegible] সুললিত তানে,
ধৰ্ম্ম অমিয়া বিলালে।
গালে টৌটয়, লেঙ্গাৰি দুলৰী,
ভক্তিৰা বিবিধ ছন্দে॥

মহা পুণ্যৱতী,　　　ৰাধিকা শাস্ত্ৰীয়ে,
　　স্বামী পূৰ্ণানন্দৰ চৰণে ;
থাপিলে কীৰ্ত্তি,　　　টেম্পৰাণী জান বান্ধি,
　　ঘোষিছে মহিমা কাল অন্তে।
ৰত্ন ধাৰিণী,　　　শান্তি প্ৰসৱিনা
　　গৰিমা বাহিনী বন্দে ॥

সম্পাদিত—শ্ৰীহলীৰাম হাজৰিকা,
যোৰহাট।

